# বহাগী

( অসমীয়া গৰখীয়া বনগীত )

## Assamese Pastoral and Ballads.

---

াৰভূঞা, চোৰাংচোৱাৰ চ'ৰা, চন্দ্ৰকান্ত সিংহ, বদন বৰফুকন,
জোনোৱালি, বিদ্ৰোহী মৰাণ আদি প্ৰণেতা

**শ্ৰীনকুলচন্দ্ৰ ভূঞা**

সংগৃহীত।

চাৰিং,
শিৱসাগৰ।
চ'ত, ১৮৭২ শক।

বেচ—২৲ টকা।

প্ৰকাশক—
ৰায় চাহাব জিতেন্দ্ৰকুমাৰ দাস,
আসাম পাব্লিচিং হাউচ,
কালী বিল্ডিং, যোৰহাট।

৫ম তাঙৰণ
১৯৫০

যোৰহাটৰ ৱাতৰি প্ৰেছত ছাপা কৰা হ'ল।



অসম সাহিত্য সভাৰ
ঘাইকৈ গুৰি ধৰোতা
স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী বি-এ, বি-টি, আই-এছ-অ'ৰ
পবিত্ৰ স্মৃতিত
অৰ্পণ কৰা হ'ল।

# নিবেদন

আমাৰ দেশত চলন্তি গাঁৱলীয়া গৰখীয়া নামবিলাক সংগ্ৰহ কৰি আজি ৰাইজক আগ বঢ়াই দিবলৈ পাই পৰম আনন্দ। কাৰণ বহুত দিনৰে পৰা সাঁচি থোৱা আশাটি যেন আংশিকৰূপে পূৰ্ণ হৈছে।

আমাৰ ডেকা শিক্ষিতসকলে এই নামবিলাকৰ অভাৱ অনুভৱ কৰাটো বুজিব পাৰি, যোৰহাটৰ "আসাম পাব্লিছিং হাউছ" প্ৰতিষ্ঠা কৰোতা বন্ধুবৰ ( ৰায় চাহাব ) শ্ৰীযুত জিতেন্দ্ৰ কুমাৰ দাস দেৱে ঘনাই উদগণি দিয়াত, "আসাম-বিলাসিনী" কাকতত জাননী দি, কিছুমান গৰখীয়া গীত গোটোৱা হয়। তাৰে বছা বছা গোটাদিয়েকেৰে এই কিতাপখনি যুগুত কৰা হৈছে। এই বাৰলৈ আৰু নামবিলাকৰ শ্ৰেণী ভাগ কৰা ন'হল। ৰাইজে অধিণভাৱে এই সামান্য কিতাপখনিক আদৰ কৰা দেখিলে ২য় তাঙৰণত আৰু যোগ দি শ্ৰেণী ভাগ কৰি দিবৰ ইচ্ছা থাকিল।

আমাৰ স্বনামধন্য সাহিত্যিক বন্ধুবৰ শ্ৰীযুত পদ্মধৰ চলিহা এম-এ, বি-এল দেৱে অনুগ্ৰহ কৰি কিতাপখনিৰ শিক্ষাপ্ৰদ ভূমিকাখনি লিখি দিয়াত তেখেতৰ ওচৰত চিৰঋণী হলো; এই বাৰে এখনি কৃতজ্ঞতাৰ শৰাইৰ ৰাহিৰে চলিহা দেৱলৈ আগ বঢ়াবলৈ মোৰ আৰু যোগ্য সমল একো নাই।

চলিহাদেৱে ভূমিকাখনিতে গৰখীয়া গীতৰ সৌন্দৰ্য্য আৰু আমাৰ জাতীয় সাহিত্যত ইয়াৰ মূল্যৰ বিষয়ে প্ৰাঞ্জল ভাৱে দেখুৱাই আহিছে ; আৰু আমাৰ এজন উঠি অহা সাহিত্যিক শ্ৰীযুত ডিম্বেশ্বৰ নেওগদেৱে ২য় বছৰৰ ১২শ সংখ্যা "চেতনাত" "অসমীয়া সাহিত্যত জিলিকণি" বুলি এটি সাৰুৱা প্ৰবন্ধ লিখি, গৰখীয়া গীতৰ সৌন্দৰ্য্য ফঁহিয়াই ৰাইজক দেখুৱাই দিছে। গতিকে, আৰু দুনাই এই বিষয়ে তুলিবৰ একো আৱশ্যক নেদেখো। জয়ে জয়ে গৰখীয়া গীতক আদৰ কৰোতা চলিহাদেও আৰু নেওগদেৱক মোৰ আন্তৰিক সম্ভাষণ নজনাই নোৱাৰিলো। ইয়াতে, বিলাতৰ পৰা কিতাপ খনিৰ খা-খবৰ কৰোতা অসমৰ সুযোগ্য সন্তান বন্ধুবৰ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ এম-এ দেৱ আৰু নগাঁৱৰ শ্ৰীযুত মাণিকচন্দ্ৰ বেজবৰুৱাদেৱ আৰু ছাপাকৰাৰ সম্বন্ধে সহায় কৰোতা বন্ধুবৰ শ্ৰীযুত ধীৰেন্দ্ৰনাথ আগৰৱালা বি-এ দেৱলৈ মোৰ হিয়াভৰা সাদৰৰ শৰাই এখনি আগ বঢ়ালো।

শেহত, ৰাইজৰ আশীৰ্ব্বাদপ্ৰাৰ্থী হৈ ৰাইজৰ হাততে এই অকণমানি কিতাখনি গতালো।

ন-হাউলি, ডিব্ৰুগড়। } শ্ৰীনকুলচন্দ্ৰ ভূঞা
১-১ ১৯২৩

---

# দ্বিতীয় তাণ্ডৰণৰ কথা

বিষুব সংক্ৰান্তিৰ পৰাই যে বিহু, তাক এতিয়া বঢ়াই নকলেও হ'ব। এই বিষয়ে আগেয়ে বহুতবাৰ কাকতে-পত্ৰই আলোচনা হৈ গৈছে। বিহুৰ সম্বন্ধে আঁটি-গুৰি বিচাৰি গলে দেখা যায়, পুৰণি বৈদিক যুগৰপৰাই বিহুৰ আৱিৰ্ভাৱ। কোৱা বাহুল্য, এচিয়া মহাদেশৰ উত্তৰ মেৰুৰপৰা অহা এদল আৰ্য্য যে ভাৰতৰ উত্তৰ-পূৱ চুকে আসামত সোমাইছিলহি, তাৰো "ৱিহু" শব্দটো এটা প্ৰমাণ। আমাৰ দেশত কাতিৰ ৱিহু, মাঘৰ ৱিহু আৰু ৱহাগৰ ৱিহু (ইয়াক চ'তৰ ৱিহুও বোলে) নামে তিনটা বিহু চলিত আছে। তিনিওটা বিহুতে বুঢ়াৰপৰা ল'ৰালৈকে, সকলোৰে প্ৰধান কাম হৈছে ঈশ্বৰ চিন্তা। এই বাবেই তিনিওটা বিহুতে প্ৰত্যেক সত্ৰতে, প্ৰত্যেক নাম ঘৰতে, প্ৰত্যেক ঘৰতে নাম-কীৰ্ত্তন হয়। এনে শুভ মুহূৰ্ত্তত আত্মীয়-স্বজনৰ সৈতে দেখা-শুনাকৈ এসাজ খোৱাও হয়। তিনিওটা বিহুৰ ভিতৰৰে বহাগৰ বিহুত, অসমীয়াই বছৰৰ দুখ-দৈন্য, শোক-সন্তাপ এফলিয়া কৰি থৈ, নিজৰ মন-প্ৰাণ ঢালি, ৰঙ-আনন্দত আপোন পাহৰা হয়। মানুহবিলাক ভগৱৎ প্ৰেমত ইমান মতলীয়া হয় যে, তেওঁবিলাকে ঘৰে ঘৰে হুচঁৰি গাই, ঈশ্বৰৰ নাম-কীৰ্ত্তন কৰি ফুৰে। এবাৰ এই হুচঁৰি গায়ে স্বৰ্গদেও লক্ষ্মীসিংহৰ দিনত ডাঙৰ সৰু বিষয়াসকলে মোৱামৰীয়াৰ হাতৰপৰা ৰাজ-সিংহাসন উদ্ধাৰ কৰিছিল। এই দুয়োটা কাৰণতে, অসমত হুচঁৰি গোৱাৰ বৰ

সন্মান। এই বিহুৰ উপলক্ষেই, গাঁৱৰ ল'ৰা-ছোৱালী বিলাকেও, নাচ-গান কৰি, প্ৰকৃতিৰ লগত নিজৰ মন-প্ৰাণ ঢালি বিমল আনন্দ উপভোগ কৰে। ইয়াত জাকজমক নাই, গছ-পাতৰ দৰে নিৰ্ম্মল আৰু সৰল। এই বাবেই বিহু-গীত আৰু বিহু-নাচৰ আজি ইমান সৌন্দৰ্য্য।

ভাৰতৰ প্ৰত্যেক জাতিৰে একো-একোটা প্ৰাদেশিক জাতীয় উৎসৱ আছে; যেনে হিন্দুস্থানীৰ কৰ্জ্জৰী, বঙালীৰ দুৰ্গোৎসৱ, সেইদৰেই আমাৰ অসমীয়াৰ বিহু! বিহুত আমাৰ দুখীয়াৰ পৰা চহকীলৈকে, বুঢ়াৰপৰা ল'ৰালৈকে আৰু ধৰ্ম্মৰ সকলো সম্প্ৰদায়ৰ মানুহেই যেনেকৈ যোগ দিব পাৰে, আন একো উৎসৱতে সেইদৰে আমি সকলোয়ে যোগ দিব নোৱাৰো।

বৰ দুখৰ বিষয়, আমাৰ স্বাধীন-চিন্তা হ্ৰাস হোৱাৰ লগে-লগেই আমি আমাৰ কৌটীকলীয়া জাতীয় উৎসৱ বিহুলৈ আওকাণ কৰিছো। ইয়াৰ ফলত, বিহুত বিমল আনন্দৰ ঠাইত কিছুমান আৱৰ্জ্জনা সোমাই, আমাৰ সমাজত কিছুমান কলুষৰ ছেকা পৰিছে। এইবাবে জগৰীয়া আমি। মানুহে যে কয়, উৎসৱ আনন্দ স্বাধীন জাতিৰ হে, এই কথাষাৰ আখৰে আখৰে সঁচা। ন'হলে বিহুৰ নিচিনা বিমল আনন্দত কিয় পাপৰ ছেকা পৰে? এতিয়া আমাৰ কৰ্ত্তব্য, ইয়াক সজীৱ কৰি তোলা। শেহত কওঁ, কোনোৱাই যদি এতিয়াও কয়—বিহুৰ নাচগান বেয়া। উত্তৰত আমি ক'ম, তেওঁ দাসত্বৰ গচকণিত ইমান তলত পৰিছেগৈ যে, তেওঁ নিজৰ



প্ৰাণৰ আনন্দ কি তাক বুজিবলৈ যোগ্য নহয়। তেওঁ আজি বিহুত প্ৰাণ খুলি হাঁহিবলৈ তেওঁৰ প্ৰাণত প্ৰাণ নাই।

বৰ সুখৰ বিষয় যে নিচলী "বহাগী"য়ে ৰাইজৰ সমুচিত আদৰ পাব পাৰিছে। এবছৰৰ ভিতৰতে "বহাগী"ৰ প্ৰথম তাঙৰণ শেষ হ'ল। এইবাৰ দ্বিতীয় তাঙৰণত আৰু ভালেমান গীত যোগ কৰি যতদূৰ পাৰি গীতবিলাক শ্ৰেণী ভাগ কৰি দিয়া হৈছে। মোৰ শ্ৰদ্ধেয় বন্ধু তেজপুৰৰ সাহিত্যিক শ্ৰীযুত বেণুধৰ দাস ডাঙৰীয়াই অনুগ্ৰহ কৰি গীত বিলাক শ্ৰেণী ভাগ কৰি দিয়াৰ বাবে, আৰু বহাগীৰ ঘনাই বুজ লওঁতা বন্ধুবৰ শ্ৰীযুত মহিমচন্দ্ৰ সিংহদেৱে শ্ৰেণী ভাগৰ সম্পৰ্কে পৰামৰ্শ দিয়াৰ বাবে দুইৰো ওচৰত মই ধৰুৱা।

এই খিনিতে এটি কথা উনুকিয়াই থওঁ যে, বহুতো গীতত বহুত শব্দ, আনকি বহুত বাক্যও পুৰণি আৱৰ্জ্জনা শব্দ গুচাই নিজে গঢ়ি দিবলগীয়া হৈছে। এইবাবে ৰাইজৰ ওচৰত ক্ষমা খুজিছো।

সৰশেহত মোৰ প্ৰিয়বন্ধু শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱে কিতাপখনিৰ সকলো তত্ত্বাৱধান লৈ কলিকতাত ছাপা কৰাই দিয়াৰ বাবে তেওঁৰ ওচৰত মই চিৰঋণী থাকিলো।

আশাকৰো এইবাৰো সহৃদয় ৰাইজে আজলী "বহাগী"ক আদৰ কৰি একোলা ল'ব। ইতি—

বিনীত,

যোৰহাট, বহাগ, ১৮৪৭
৫-৫-১৯২৫

শ্ৰীনকুলচন্দ্ৰ ভূঞা

## তৃতীয় তাঙৰণৰ কথা

"বহাগী"ক ৰাইজে আশাতীত ৰূপে আদৰ কৰাত আজি প্ৰায় এবছৰৰ আগতেই আগেয়ে ছাপা কৰা কিতাপ অন্ত হ'ল। এইবাৰ ন-কৈ আৰু চাৰি কুৰিমান গীত সুমুৱাই "বহাগী"ক আকৌ ৰাইজৰ আগলৈ উলিয়ালো। আশা কৰো এইবাৰো "বহাগী"ক ৰাইজে যেন আগৰ দৰেই মৰম-চেনেহৰে দাঙি ধৰে।

বিহুলৈ "বহাগী"ক প্ৰথমতে সজাইছিল মোৰ প্ৰিয় বন্ধু চাহ-খেতিয়ক শ্ৰীযুত ধীৰেন্দ্ৰনাথ আগৰৱালা বি-এ দেৱে, মাননীয় চাহ-খেতিয়ক শ্ৰীযুত ৰামেশ্বৰ শৰ্ম্মা ডাঙৰীয়াৰ বিশেষ পৃষ্ঠপোষকতাত "বহাগী" দ্বিতীয়বাৰ ৰাইজৰ আগলৈ ওলাইছিল। এইবাৰ কিন্তু, তাহানি জয়ে-জয়ে "বহাগী"ৰ গীত বিলাকক আদৰ কৰোতা শ্ৰদ্ধেয় বন্ধু ৰায় চাহাৰ শ্ৰীযুত জিতেন্দ্ৰকুমাৰ দাসদেৱে "বহাগী"ক সজাই-পৰাই দিছে।

এখেতসকল তিনিও গৰাকীৰ অনুগ্ৰহতেই ৰাইজে আজি "বহাগী"ক পাইছে। এইৰূপে মোতকৈও "বহাগী"ৰ বাবে এখেতসকলহে ৰাইজৰ শলাগৰ পাত্ৰ। ইতি—

ঢেকিয়াজুলি, যোৰহাট, } বিনীত,
১ চ'ত, ১৮৫৬ শক। } শ্ৰীনকুলচন্দ্ৰ ভূঞা

## চতুৰ্থ তাঙৰণৰ কথা

ৰাইজৰ মৰমতেই "বহাগী"য়ে চতুৰ্থ বাৰ ওলাবলৈও সুযোগ পালে।

ৰাইজৰ সাদৰ-চেনেহ "বহাগী"য়ে যেন আগৰ দৰেই পায়, এয়ে আমাৰ নিবেদন।

এই বাৰৰ নতুন তাঙৰণত আৰু তিনি কুৰিমান গীত ন-কৈ সুমুৱাই দিয়া হৈছে।

বিনীত,

খৰিকটীয়া } শ্ৰীনকুলচন্দ্ৰ ভূঞা
১-৩-১৯৪৬ }

# পঞ্চম তাঙৰণৰ কথা

ৰাইজৰ সমুচিত আদৰ পাই "বহাগী"য়ে প্ৰতি তাঙৰণতে কলা-কলে বাঢ়ি আজি স্বাধীন যুগৰ, স্বাধীন আকাশৰ তলত স্বাধীনা হৈ ৰাইজৰ আগত আকৌ দেখা দিছেহি।

পণ্ডিত জৱাহৰলাল নেহৰুৰ আত্ম-জীৱনীত লিখা, কাশ্মীৰৰ নৱ-বছৰৰ প্ৰথম দিনত, নতুন কাপোৰৰ আদান-প্ৰদানৰ যি উৎসৱ পোৱা যায়, সেয়েই অসমত (কামৰূপত) অতীজৰে পৰা পালন কৰি অহা বহাগৰ বঙালি-বিহু। পূব-পচিমৰ এই বিহু উৎসৱৰ গুৰি যে আৰ্য্যসকলৰ পুৰণি সভ্যতাত, তাক নুই কৰিব নোৱাৰি। আমাৰ বিহু উৎসৱেই কয়, অসমত আৰ্য্য-অনাৰ্য্য আৰু মঙ্গোলীয়ৰ মধু-মিলন কেনেকৈ এদিন ত্ৰিবেণীৰ দৰে সম্ভৱ হৈছিল।

আমাৰ পুণ্য ভূমিৰ এই পবিত্ৰ দিন সুঁৱৰি "বহাগীক"ক শ্ৰদ্ধাৰে ৰাইজৰ হাতত আকৌ অৰ্পণ কৰিলো।

"বহাগী"ৰ আল-পৈচান ধৰি অহা প্ৰকাশক ৰায় চাহাব শ্ৰীযুত জিতেন্দ্ৰকুমাৰ দাসক, এইবাৰৰ "বহাগী"খন উলিয়াত সহায় কৰোতা সোদৰোপম সাহিত্যিক শ্ৰীযুত প্ৰেমধৰ ৰাজখোৱাদেৱৰ শলাগ নলৈ নোৱাৰিলো। ইতি—

বিনীত,

কাটনিবাৰী, মৰিয়নী। ১ চেপ্তেম্বৰ, ১৯৫০ } শ্ৰীনকুলচন্দ্ৰ ভূঞা

# ভূমিকা

লিখক :—শ্ৰীযুত পদ্মধৰ চলিহা, এম-এ, বি-এল।

সাহিত্যৰ নিচিনা উদাৰ বিশ্বজনীন, সকলোকে আঁকোৱালি ধৰিব পৰা বস্তু জগতত বিৰল। সাহিত্য মানৱ জাতিৰ মস্তিষ্ক স্বৰূপ। সৃষ্টি পাতনিৰে পৰা কবি, মনস্বী আৰু ভাবুকসকলে যিবিলাক মধুৰ, গভীৰ আৰু হৃদয়গ্ৰাহী ভাবৰ অৱতাৰণা কৰি সত্যৰ প্ৰচাৰ আৰু সৌন্দৰ্য্যৰ সৃষ্টি কৰি গৈছে—সেইবিলাকৰ লিপিবদ্ধ সমষ্টিকে সাহিত্য বুলিব পাৰি। কাব্য, সঙ্গীত, উপন্যাস, বুৰঞ্জী, বিজ্ঞান, দৰ্শন, সকলোৱেই সাহিত্যৰ অন্তৰ্ভুক্ত। সাহিত্যৰ মৌলিক অৰ্থ সংসৰ্গ নাইবা মিলন। (সাহিত+ষ্য।) মানৱেৰে সৈতে মানৱৰ, অতীতেৰে সৈতে বৰ্ত্তমানৰ, বৰ্ত্তমানেৰে সৈতে ভৱিষ্যতৰ, পুৰণিৰে সৈতে নতুনৰ, অসীমেৰে সৈতে সসীমৰ, অন্তৰ্জগতেৰে সৈতে বহিৰ্জগতৰ, মানৱাত্মাৰে সৈতে পৰমাত্মাৰ সংসৰ্গ ঘটাই সাহিত্য। ই মানৱ জগতৰ ক্ৰমবিকাশত বিশেষ সহায় কৰে।

পুৰণিৰে সৈতে আমাক চিনাকী কৰি দিয়া আমাৰ পৰম মিত্ৰ হৈছে সাহিত্য। আমাৰ ঘাউতিযুগীয়া জাতীয়

ভাব-সম্পদৰ অখণ্ড ভৰাল সাহিত্যইহে। অতীত গৌৰৱ, জাতীয় মৰ্য্যদা সাহিত্যৰ ওপৰতহে প্ৰতিষ্ঠিত। আমাৰ পূৰ্ব্ব-পুৰুষসকলৰ চিন্তাৰ সোঁত কেনেকৈ আৰু কোন ফালে বৈছিল, তেওঁলোকে কি ধৰণৰ ভাব-ৰাজ্যত বাস কৰিছিল, আমাৰ পুৰণি সম্পত্তিৰপৰা জাতীয় উন্নতিৰ সঁজুলি কিমান পৰিমাণে সংগ্ৰহ কৰিব পাৰি, ইত্যাদি তথ্য নিৰূপণ কৰা স্বদেশহিতৈষী মাত্ৰৰেই প্ৰধান কৰ্ত্তব্য। এই উদ্দেশ্য আগত লৈয়ে "বাৰভূঞা," "চোৰাংচোৱাৰ চ'ৰা" প্ৰভৃতি গ্ৰন্থ প্ৰণেতা শ্ৰীযুত নকুলচন্দ্ৰ ভূঞাদেৱে বিস্তৰ পৰিশ্ৰম কৰি এই গৰখীয়া গীতবিলাক সংগ্ৰহ কৰি পুথিৰ আকাৰেৰে ৰাইজৰ আগত দাঙি ধৰিছে। সেই বাবে ভূঞাদেওলৈ এখনি আন্তৰিক শলাগৰ শৰাই আগ বঢ়াই দুটিমান কথা নিবেদন কৰিব খুজিছো।

এই গৰখীয়া গীতবিলাক গাঁৱলীয়া নিৰক্ষৰ কৰিৰ ভাৱোচ্ছ্বাস মাথোন। কোনেও কবিৰৰ উপাধি ল'বলৈ নাইবা ছাপাখানাত নাম জ্বলাবৰ মনেৰে এইবিলাক ৰচনা কৰা নাছিল। কিন্তু তত্ৰাচ, এই গীতবিলাক আমাৰ জাতীয় সাহিত্যৰ অন্তৰ্ভুক্ত হ'বৰ সম্পূৰ্ণ উপযোগী। বুৰঞ্জী পাঠক মাত্ৰেই জানে যে, অতীজতে যেতিয়া লিখাৰ প্ৰথা প্ৰচলিত নাছিল, তেতিয়া আৰ্য্যসকলৰ শ্লোক আৰু স্তোত্ৰবিলাক ইমুখৰপৰা সিমুখলৈ পুৰুষানুক্ৰমে চলি আহিছিল। ভালেমান দিনৰ মূৰত সেই বিলাক একে ঠাইতে গোট খুৱাই লিপিবদ্ধ



কৰাত "বেদ" নামেৰে অভিহিত হ'ল আৰু আজি সেই বেদ ভাৰতীয় সাহিত্যৰ প্ৰধান সম্পদ বুলি পৰিগণিত। কোনো এটি ভাব প্ৰকাশ কৰাৰ পিছত যদি সি সুজনৰ হৃদয়ঙ্গম হয় আৰু লাহে লাহে এটি সমগ্ৰ জাতিৰ হৃদয়তন্ত্ৰী স্পৰ্শ কৰিব পাৰেগৈ, তেন্তে তাক লিপিবদ্ধ কৰি জাতীয় সাহিত্যৰ ভঁৰালত ঠাই দিব পৰা যায় আৰু ক্ৰমে সি যদি বিশ্বজনীনতা ( Universal appeal ) গুণ ধাৰণ কৰে, তেন্তে সি বিশ্ব-সাহিত্যত (Classic ) আসন লাভ কৰে।

ইংলণ্ডৰ গৰখীয়া গীতবিলাক ( Pastoral Poems and Ballads ) ইংৰাজী সাহিত্যৰ অমূল্য ৰত্ন স্বৰূপ। আজিৰ সমালোচকসকলে সেইবিলাকৰ নতুন নতুন সৌন্দৰ্য্য আৰু মাধুৰ্য্য আবিষ্কাৰ কৰিছে। আমাৰ এই অসমীয়া গৰখীয়া গীতবিলাক অশ্লীল নাইবা চহা বুলি দলিয়াই পেলোৱা অনুচিত। আৱৰ্জ্জনা বিলাক বাদ দিলে দেখা যায়, প্ৰায়বিলাকতে কবিতাৰ সকলো উপকৰণ বৰ্ত্তমান। এই নিৰক্ষৰ কৱিসকলে বিদ্যাৰ আড়ম্বৰ নকৰাকৈ, ব্যাকৰণৰ কট্‌কটীয়া বান্ধোনত নোসোমোৱাকৈ, দাৰ্শনিক তত্ত্বৰ মেৰ পাকত পাকঘূৰণি নোখোৱাকৈ, সৰল ভাবেৰে হৃদয়ৰ দুৱাৰ মুকলি কৰি, অন্তৰৰ ভাব প্ৰকাশ কৰিছে। পুৰণি ইংৰাজী "বেলেড" ( Ballad ) আৰু ইংৰাজী কৱিতাৰ আজো-ককাক চচাৰৰ ( Chaucer ) কৱিতাবিলাকৰ দৰে এই গৰখীয়া গীতবিলাকতো আমি কি দেখিবলৈ পাওঁ? প্ৰকৃতিৰ

শোভাত লৰালিৰ সৰল আনন্দ ( Fresh, childlike delight in nature ) আৰু সৰল চিতীয়া প্ৰাণীৰ সৰল বিমল নৈসৰ্গিক সন্তোষ ("That simple spontaneous, unreflecting pleasure which all unsophisticated beings feel in open-air life."—Prof. Sharp. )

প্ৰায়বিলাক গীতে এই কথা লক্ষ্য কৰিব লাগে যে, জয়জয়তে প্ৰকৃতি-ৰাজ্যৰ এটি বিতোপন চিত্ৰৰে সৈতে ৰঞ্জিতা খুৰাই মানৱ হৃদয়ৰ এটি আবেগ প্ৰকাশ কৰা হৈছে। যেনে :—

"জোনৰ সাৰথি তৰা ;
আমাৰ সাৰথি চেনেহী লগৰী
চিনিছো নিজগৰপৰা।"

এই গীতবিলাকত দাৰ্শনিকতত্ত্ব প্ৰতিপন্ন কৰাৰ প্ৰয়াস নেথাকিলেও পুৰণি অসমীয়া দেহ-বিচাৰৰ গীতবিলাকৰ নিচিনাকৈ একোটি গীতত গভীৰ আধ্যাত্মিকতত্ত্ব বিচাৰি পোৱা যায় :—

"চাই নো চাই বুলিবি বাট হেৰ চেনাইটি
চাই নো চাই বুলিবি বাট ;
দেহৰে ভিতৰত আছে থালে বাম
পিচলি পৰিবি তাত।"



গুণ নাইকিয়া ৰূপহী মদাৰক উদ্দেশ্য কৰি গৰখীয়া কৰিয়ে এটি সুন্দৰ নীতি উপদেশ কেনে সুৰলালৈ ব্যাখ্যা কৰিছে :—

"কেলেই ফুলিলি ৰূপহী মদাৰ ঐ
কেলেই পেলালি কলি ?
গুৰুতো নেলাগ ভকততো নেলাগ
থাক তলে ভৰি সৰি।"

অলঙ্কাৰ শাস্ত্ৰত পণ্ডিত নোহোৱাকৈ এজন কৰিয়ে ভাষাৰ প্ৰয়োগ কেনেকৈ সুন্দৰকৈ কৰিছে :—

"কাঁহৰ বাটিতে সৰিয়হ পিচলে
নিয়ৰত পিচলে ভৰি ;
কথাৰ পাছত কথাটি পিচলে
কথাতে খোপনি ধৰি।"

আমি আজি-কালি পাশ্চাত্য শিক্ষাৰ পোহৰ পাই, মিল্টন, টেনিছন আদি কৰিসকলৰ কবিতাত "অনুপ্ৰাস" ( alliteration ) অলঙ্কাৰৰ দৃষ্টান্ত খপিয়াই ফুৰোঁহক। কিন্তু তলত দিয়া গীতটিৰপৰা বুজিব পাৰি যে, তেনে দৃষ্টান্ত আমাৰ নিজৰ সাহিত্যতে জল্‌জল্ পট্‌পট্‌কৈ জিলিকি আছে :—

ধনক ধনে কৰি ধনকে ঘটিলো
পৰম যতন কৰি ;
ধনে গ'ল উছলি মন গ'ল পিচলি
লগত গ'ল ছুচলি খৰি।"

ওপৰত দিয়া কৰুণৰসাত্মক গীতটিৰ ভাবৰ লগত ভাষাৰ সামঞ্জস্য বাস্তৱিকতে শলাগিব লগীয়া।

আমি বিদেশী সাহিত্যৰ প্ৰণয়মূলক উপন্যাস, নাটক আৰু কাব্যৰ প্ৰণয়-চিত্ৰ আৰু সৌন্দৰ্য্য বৰ্ণনাত মুগ্ধ হৈ আপোন পাহৰা হওঁ। কিন্তু আমাৰ সামাজিক আদৰ্শ আৰু ৰীতি-নীতি অনুসৰি বিচাৰ কৰিলে ইংৰাজ কবি স্কটৰ "Lady of the Lake" অৰ দৰে আমাৰ গৰখীয়া গীততো যৌৱনৰ সুন্দৰ চিত্ৰ দেখিবলৈ নেপাওঁ নে :—

"জিলিকি আহিলে চৰা নাওখনি
জিলিকি আহিলে টিং ;
টিঙৰ ওপৰত চেনাইটি আহিছে
সেওঁতা ফলাতে চিন।"

( এই প্ৰসঙ্গতে কৈ থওঁ যে ইংৰাজী "Love" নাইবা "Darling" বোলাৰ দৰে নিজৰ প্ৰণয়ৰ পাত্ৰ-পাত্ৰীক "চেনাইটি" "ধন" নাইবা "লাহৰী" বুলি উল্লেখ কৰা আপত্তি-জনক কথা নহয়। চণ্ডীদাস আৰু বিদ্যাপতিৰ কবিতাতো "ধনী" শব্দৰ প্ৰয়োগ দেখা যায়। )

কালিদাসৰ মেঘদূতত বিৰহী যক্ষৰ বিৰহিনীলৈ যি প্ৰবল ধাউতি, আমাৰ নিৰক্ষৰ প্ৰেমিকৰ হিয়াতো তেনে প্ৰবল উচ্ছ্বাস :—



"চৰাই হৈ পৰিম গৈ তোমাৰে বিলত ঐ
মাছ হৈ পৰিম গৈ জালত ;
ঘাম হৈ পৰিম গৈ তোমাৰে শৰীৰত
মাখি হৈ পৰিম গৈ গালত।"

কিছুমান গীতত বিশুদ্ধ হাস্যৰসৰ অৱতাৰণা কৰা দেখিলে সুখ লাগে :—

"চৰাইলৈ বুলি ছিটিকা পাতিলো
ডৰিকলৈ পাতিলো জাভি ;
উঘা পকোৱাদি পকাই পকাই সুধিলো
পেটৰ কথা নকলা ভাভি।"

কোনো এটি যুগৰ সাহিত্য সেই যুগৰ সমাজৰ দাপোণ স্বৰূপ। এই গৰখীয়া গীতবিলাকত পুৰণি অসমীয়া গাঁৱলীয়া জীৱনৰ সুখ-দুখ, আশা-ভয়, আদৰ্শ-আকাঙ্ক্ষা প্ৰভৃতিৰ এটি জ্বলন্ত চিত্ৰ দেখিবলৈ পোৱা যায়। এই চিত্ৰত কি দেখোঁ ? প্ৰথমতে—সৰল শান্তিময় জীৱনৰ চানেকী ; দ্বিতীয়তে—প্ৰকৃতি ৰাজ্যৰে সৈতে মানৱ ৰাজ্যৰ ঘনিষ্ঠ সম্বন্ধ ; তৃতীয়তে—দৈৱশক্তিত অটল বিশ্বাস। আন পাকে দেখিবলৈ পাওঁ যে, সেই সময়ত বাহিক জগতৰ লগত সংসৰ্গ নিচেই কম আছিল। কিছুমান গীতত প্ৰণয়ৰ গভীৰতা আৰু ভাৱপ্ৰৱলতা ( Sentimentalism ) প্ৰকাশ পাইছে ; কিন্তু আনবিলাকত এই প্ৰণয় মাত্ৰ এটি ক্ষণস্থায়ী আবেগ ( Passion ) স্বৰূপ হে ফুটি উঠিছে মাথোন।

সামৰণিত কবলগীয়া এই যে এই গৰখীয়া গীতবিলাকে আমাৰ সাহিত্যৰ ভিতৰত ঠাই পোৱা নিতান্ত বাঞ্ছনীয়। সূক্ষ্মদর্শী সমালোচকসকলে সেইবিলাক বিশ্লেষণ কৰি নতুন নতুন তথ্য নিৰূপণ কৰিব পাৰিব বুলি মোৰ বিশ্বাস। আশাকৰো, ভূঞাদেওৰ পুথিখনিয়ে ৰাইজৰ হাতত সমুচিত আদৰ পাব।

শিৱসাগৰ।
১১-১১-২০

শ্ৰীপদ্মধৰ চলিহা।

# THE "TIMES OF ASSAM"

## ( 19th. May, 1923. )

BOHAGI :— by Sreejut Nakul Chandra Bhuyan.

[ the author of Bara-Bhuyan, Chorang Choar Chora, Chandrakanta Singha, Bodon-Borphukon, Jonowali, Bidrohi Moran etc. ]

### A Critical Review

by

Late Moulavi Sayidur Rahman M. A., B. L.

[ Khan Bahadur and M. L. A. and Late Minister of Education and Jail, Govt. of Assam. ]

It is a collection of Assamese pastorals and ballads by Mr. Nakul Chandra Bhuyan. The book opens with a masterly introduction from the facile pen of Mr. Padmadhar Chaliha, M. A., B. L., in which the latter deals analytically and exhaustively with the poetic value of the contents thereof with deep insight of a true literary critic. These pastorals have been in the lips of rural youths and cowherds of Assam from time immemorial but none so far cared to take pains to collect and preserve them in our literature as none perhaps appreciated

their literary value. The very title of the book is suggestive of the fact that it contains songs sung during the great festival of Bihu held during the month of Bohag. The festival of Bihu is pre-eminently a national festival to the Assamese and the songs sung therein are national to the core. They are all set to a particular music and specially adapted to dancing. To a casual reader, these pastorals may appear stale and commonplace having no efficacy beyond affording certain vulgar enjoyment to the rural youths of Assam, but to a curious student of literature they are of historic importance forming as they do one of the chief stocks in trade of Assam literature. In them are portrayed the elementary passions of human nature as found in their native simplicity among the unsophisticated villagers of Assam who live in perpetual contact with the abiding grandeor and calm of nature. They come into being in the open air freshness pervading through them. The process and appearances of external Nature act and re-act on the emotions expressed in them. In them naivete of expression has been combined with depth of emotion and directness of language with spontancity of thought. They remarkably illustrate Wordsworth's definition of poetry, that it is the spontaneous over-flow of powerful feelings. The subtle landscape painting of



Upper Assam the vigorous poetry of the rural Assamese youths the singing matches, the love-lays of courtship or complaint in them all remind us of the celebrated pastorals of Theocritus and Virgil National to the core, they of all others, afford the surest keynote to Assamese rural life so child-like in its innocence and so grand in its simplicity. The author has to be heartily congratulated for his characteristic energy and patience in collecting and publishing them so neatly and above all, for his doing a yeaman's service to the cause of Assamese literature by preserving them.

*S. Rohman.*

---

# ৰহাগী

## প্ৰথম অধ্যায়—বিহু

(১)

অতি চেনেহৰে মুগাৰে মহুৰা
অতি চেনেহৰে মাকো ;
অতি চেনেহৰে ৰহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকোঁ।

(২)

আজি বিহু বিহু কালি বিহু বিহু
কেতিয়া ফুলিব নাহৰ ;
কেতেকী চৰায়ে কাটে সৰু সূতা
মকৰা কাঠৰে যঁতৰ।

(৩)

ছাগে ছেলাবৰে ডবুৰা কটাৰি
পছু ছেলাবৰে মিত ;
গাঁৱৰ বুঢ়া মেঠা দায়-দোষ এৰিবা
গাই যাওঁ ৰতৱৰ গীত।

( ৪ )

আৰু যে প্ৰণামো জীয়াৰী বোৱাৰী
প্ৰণামো গাঁৱৰে বুঢ়া ;
নামৰ অপৰাধ ক্ষমিবা ঈশ্বৰ ঐ
গাই যাওঁ পুৰণি ধুৰা ।

( ৫ )

নামৰে কঠীয়া ঈশ্বৰে সৰজা
ব্ৰহ্মাই সৰজা নাম ;
বেয়া নাম ওলালে ক্ষমিবা ঈশ্বৰ ঐ
প্ৰথমে পীৰিতি গাম ।

( ৬ )

দেৱী সৰস্বতী কৰিছো কাকুতি
নেৰিবা আমালৈ দয়া ;
পাহৰা নামকে মনত পেলাই দিবা
তোমালৈ কৰিছো সেৱা ।

( ৭ )

সোণাই কটা তামোল খাবকৈ নোৱাৰি
তিতিকি তিতিকি লাগে ,
উজাই আহিলে কোম্পানীৰ জাহাজ
পৃথিৱী তল-বল কৰে ।

( ৮ )

নগাৰ চাঙতে পেঁপাটি বজালে
ডফলাই ধৰিলে টকা ;



লৰা-বুঢ়া-জীয়াৰী ৰঙতে বলিয়া
বহাগৰ বিহুৱা ডেকা ।

( ৯ )

শিলৰ খটেখটি পানীৰ ঢকেঢকি
সাগৰে খেলি খেলায় ;
সাগৰৰ মাজতে ফটিকৰ ডম্বৰু
মনে উৰি উৰি চায় ।

( ১০ )

এৰাবাৰীৰ নহৰু এৰাবাৰীৰ পনৰু
এৰাবাৰীৰ খুটৰা শাক ;
মূৰৰ চুলি ছিঙি আশীৰ্ব্বাদ কৰিছো
চেনাই মোৰ কুশলে থাক ।

( ১১ )

এই বেলি বিহুটি ৰমক জমক ঐ
নাহৰ ফুল ফুলিবৰ বতৰ ;
নাহৰ ফুলৰ গোন্ধ পাই লাহৰিৰ তত নাই
গচকি ভাঙিলে যতৰ ।

( ১২ )

ওৰে গছতে মোৰে বাঁহ ল'লে
ককাই পাৰি দিয়া খাওঁ ;
আতোলা সোণৰে বিৰি গঢ়াই দিয়া
বিহু মাৰিবলৈ যাওঁ ।

( ১৩ )

কলীয়া কচুৰে শিয়া ;

জীয়াই থাকো মানো তোমাৰে তিৰোতা

বিহুলৈ পঠিয়াই দিয়া ।

( ১৪ )

বিহুৱা চৰায়ে কৰে বিহু বিহু

আমাৰ বিহু-কাপোৰ নাই ;

সমনীয়াই সুধিলে ক'ম কিয়ে বুলি

সৰুতে মৰিলে আই ।

( ১৫ )

ৰাঢ়ি বাঢ়ি গ'ল ভলুকা গাজটি

কাউৰি পৰিলে ভাগে ;

বৰটো ককায়ে টকা সাজি দিলে

বিহু মাৰিবগৈ লাগে ।

( ১৬ )

চ'তত চকৰি বহাগত বগৰি

জেঠত আমনা ধান ;

গৰু-বিহু দিনাখন ল'বি আশীৰ্ব্বাদ

তেহে পাবি বৈকুণ্ঠত থান ।

( ১৭ )

তিতা ধান-খেৰৰ ছাই ;

অতি চেনেহৰে বহাগৰ বিহুটি

টিকাত চাপৰ মাৰি যায় ।



( ১৮ )

এই বেলিৰ বিহুখন লৰকে ফৰকে

ওপৰলৈ টানিলে খৰ ;

বিহুৰ নাচনী নবীয়া পৰিলে

ঢুলীয়া পৰিলে জ্বৰ ।

( ১৯ )

নাচনী নবীয়া পৰিল সমনীয়া

নাচনী নবীয়া পৰিল ;

কালি এন্তে বেলি ভাতে নাইকিয়া

কাছুটি সুলকি পৰিল ।

( ২০ )

ইফালে টকা মাত সিফালে টকা মাত

মাজত শোলেংগুৰি সূঁতি ;

টকাৰ মাত শুনি ৰাঢ়িল চতীয়না

পুলিয়ে ধৰিলে গুটি ।

( ২১ )

ঢোলৰ নেজান ছেও মোৰ ঢুলীয়া

মিদঙ্গৰ নেজান ছেও ;

নাচনী ছেৱকে মাৰিব নেজান

কাণে দি মাৰি যাওঁ ডেও ।

( ২২ )

ঢুলীয়া ককাই ঐ
ঢোলে ভালে কৰি বাবি ;
ঢোলৰ মাৰিবে নাকটি ছিডিম ঐ
ঘৰলৈ উলটি যাবি ।

( ২৩ )

ঢাপতে নুকুৰা সিজু ;
ওলোটাই ওভোতাই কেলেই নাম দিছ
কেলেই খাই যাৱ বিজু ।

( ২৪ )

পেঁপাটি বজাওঁতে তিনিটি আঙুলি
মাজৰটি আঙুলি লৰে ;
আমাৰ নাচনীয়ে নাচিবলৈ ধৰিলে
পখিলা উৰাদি উৰে ।

( ২৫ )

নাচোতে উৰিলে ধূলি ;
বেইতা স্বামীয়ে চাই জুমি জুমি
মোৰ জনী আহিছে বুলি ।

( ২৬ )

বিহু মাৰি থাকিবৰ মনে ঐ লগৰী
বিহু মাৰি থাকিবৰ মন ;
বিহু মাৰি থাকোতে পলুৱাই নিনিবা
ভৰিৰ লাগিৰ ধন ।



( ২৭ )

বিহুৰে বিৰিণা পাত ;
বিহু থাকে মানে বিহুকে বিনাবি
বিহু গ'লে বিনাবি কাক ?

(২৮)

এড়িয়া এখনি কপাহৰ এখনি
মই বোলো বিহুলৈ যাওঁ ;
ইয়ে নিলে এখনি সিয়ে নিলে এখনি
তাকে ঐ বিচাৰি যাওঁ ।

(২৯)

ইটো পৰ্ব্বতত কুকুৰা কাটিলো
সিটো পৰ্ব্বতত তেজ ;
নাচনী মূৰৰে গুটি ফুল গামোছা
যেনে ম'ৰা চৰাইৰ নেজ ।

( ৩০ )

নাচনী কুকুটা গুদাম ঐ চাৰিটা
চাৰিকো চাৰিয়ে চৰে ;
নাচনীৰ মুখলৈ চাবকৈ নোৱাৰি
জলকীয়াই পোৰাদি পোৰে ।

(৩১ )

বিহুলৈ কেইদিন আছে সমনীয়া
বিহুলৈ কেইদিন আছে ;

উজনি নামনি মাৰো কেউ থনি
বিহুলৈ বাৰ দিন আছে।

(৩২)

বিহু তলিৰ নাচনী কোনে ঐ নাচনী
বিহু তলি নাচনী কোন ;
বিহু তলি নাচনী আমাৰ সৰু আইটি
খোপাত বান্ধি লৈছে সোণ।

(৩৩)

আলি ঢাকি পৰিলে কাণকুৰিকা চৰাই
পথাৰ ঢাকি পৰিলে কাম ;
তিনি চাৰি গীতেৰে আধ্যা পৰিলে
ডাকি বোলা কৃষ্ণ-ৰাম।

---

# দ্বিতীয় অধ্যায়—অঙ্গৰাগ

বা

## ৰূপলাৱণ্য

(১)

আঁহতে সলাব পাত ;
আমাৰ মইনাই বৰণটি সলালে
ল'লে ৰঙা-ৰিহা গাত।

(২)

কেঁহকলী নিকলী কপাহ সূতা মুকলি
ঠেঁহ পাতি নেখালি ভাত ;
এপুৰা সেন্দুৰৰ জোৰ ফোট মাৰিলি
ল'লি ৰঙা ৰিহা গাত।

(৩)

ম'হৰ গুৰালটি কাতিৰাম ককাই ঐ
ম'হৰ কিয়ে কিয়ে নাও ;
এজনী হাড়লী এজনী পাৰলী
এজনীৰ নুমলী নাও।
হাবৈ খুজিলে হাৰে কটা মাদলি
পাবৈ ঐ খুজিলে মণি ;
বুকুৰ নুমলীয়ে খুজি পঠিয়াইছে
এখনি হাতী দাঁতৰ ফণী।

হাবৈলৈ কিনিলো       হাবে কটা মাদলি
পাবৈলৈ কিনিলো মণি ;
বুকুৰ নুমলীক       বুজাই ক'বিগৈ
নেপাওঁ হাতী দাঁতৰ ফণী ।

(৪)

আৰু বেলিৰ ৰিহুথন       চেৰেঙা-বেৰেঙা
চতৰ বিহুত যুজাব কণী ;
এবটল গোন্ধ তেল       আনি দিবা চেনাই ঐ
মহৰ শিঙৰ আনিবা ফণী ।

(৫)

উজনিৰ জীয়া       ধোৱাকৈ চান্দিয়া
ন-জোনৰ মুখৰে পানী ;
সৰুকৈ ৰাটিবা       মুগাৰে বটিয়া
আনিম যোৰহাটৰ মণি ।

(৬)

শুৱায় কি নুশুৱায়       সোণ-পোৱাল মণি
উলিয়াই উলিয়াই চাওঁ ;
শুৱায় কি নুশুৱায়       মোৰ জানো ধনক ঐ
আগে পিছে কৰি চাওঁ ।

(৭)

হাতী চাই কিনিবা       হাতীৰে লেঙেছি
ঘোৰা চাই কিনিবা জীন ;



মুগাৰে মেখেলা       ভাল চাই কিনিবা
কোঁচতে সোণটিক দিম ।

(৮)

ই নৈও আমাৰে       সি নৈও আমাৰে
জাঁজী নৈ আমাৰে নৈ ;
আঙঠি হেৰালে       চিন্তা নকৰিবা
সোণাৰী ঘৰতে ঐ

(৯)

গা ধুই উঠিলো       দেউতাক সুধিলো
কি ফুল পিন্ধিব পায় ;
সেউতী নিপিন্ধো       মালতী নিপিন্ধো
পিন্ধো মই থৰিকাজাঁই ।

(১০)

কিনো ফুল দি গলি       লুকাই ঐ চেনাইটি
কিনো ফুল দি গলি লুকাই ;
সমনীয়াৰ আগতে       পিন্ধিব নোৱাৰো
থাকে কৰণিত শুকাই ।

(১১)

পকি নেমুটেঙা সৰিল ;
বঁহীয়া কপৌফুল       পেলাওঁ দলি মাৰি
নাহৰ ফুলৰ জেউতি চৰিল ।

(১২)

চতীয়নাৰ ওপৰে বেলি ঘূৰে দুপৰে
মেলেঙত গধূলি হল ;
পঁচিশ টকা ৰূপৰ সোণৰে খুৰিয়া
লগৰীৰ লগতে গ'ল ।

(১৩)

আইৰে ঘৰতে আছিলো এঞ্জনী
ফুলক নুবুলিলো ফুল ;
কুমলীয়া তামোলে কোঁচ নভৰিলে
খোপাই নধৰিলে ফুল ।

(১৪)

এৰি ঐ মৰিলে এৰাপাত নেলাগে
আভোকত নেলাগে ভাত ;
ৰয়স ভাটি দিলে গহনা নেলাগে
বহনা নেথাকে গাত ।

(১৫)

লুইতে নেযাবা—বালি ;
লোকক ৰবে কথা নক'বা বাইটি
তিৰী হৈ আহিছোঁ আমি ।

(১৬)

হাতত ধৰি ধৰি দিহিং পাৰ হ'লো
জিৰাই যাওঁ শাগৰিৰ তলত ;



মাছৰ চকু যেন ন্নিৰি গঢ়াই দিলো
এফেৰি নেদেখোঁ গলত ।

(১৭)

ওলাই নামডাং সাঁকো ;
ৰাৰীৰ বাঁহ কাটি দি যাওঁ ছিৰী শলি
কলীয়া নাহৰৰ মাকো ।

(১৮)

ৰৰঘৰৰ মৃধতেঁ চেনাইটিৰ তাঁতে শাল
খুৰি কলাপাতৰ মাকো ;
আহোঁতে যাওঁতে দেখিৰ নোৱাৰি
দি যাওঁ হাতী দাঁতৰ মাকো ।

(১৯)

কেলেই লাগিছে সেওঁতা ফালিব
কেলেই লাগিছে ফোট ;
মূৰৰে সেওঁতা আপুনি ফাটিব
চুলিৰো ভাগিব জোট ।

(২০)

বিৰ দি মাৰি যাওঁ বিঢ়াকৈ ওকণী
খেপিয়াই মাৰি যাওঁ লেখী ;
এডুখৰি গামোছা বৈ থৈ আহিছো
পদুম ফুল এপাহি ৰাছি ।

(২১)

ব্ৰহ্মপুত্ৰৰ কাণতে বঈমথুৰি জুপি
আমি খৰি লোৱা ঠাই ;
উটুৱাই নিনিবা ব্ৰহ্মপুত্ৰ দেৱতা
তামোল দি মাতোতা নাই।

(২২)

দীঘলে দীঘলে কৰো তাঁতে বাঁটি
লেখে বুঢ়ী আয়ে বিহা ;
ভালকৈ লেখিবা বুকুৰ বুঢ়ী আই
সতিনী লগীয়া বিহা।

(২৩)

ন পানী বঢ়া নাই নাহৰ ফুল ফুলা নাই
বিহু বিহু লগা নাই গাত।
গাঁৱৰ ডেকা লৰ'াই জুমেৰে বহা নাই
গোন্ধ তেল ঘঁহা নাই গাত।

(২৪)

খুৱাই পঠিয়াওঁ ডেৱা কৰ্কৰা
ধুৱাই পঠিয়াওঁ ভৰি ;
চাকিৰ পোহৰত সজাই পঠিয়াওঁ
তেতেলী পিলিঙা কৰি।



(২৫)

নাও হেঙ্গুলীয়া বঠা হেঙ্গুলীয়া
আৰু হেঙ্গুলীয়া ছৈ ;
চেনাইৰ মূৰবে জাপি হেঙ্গুলীয়া
বিজুলী বাঁহবে দৈ।

(২৬)

আইটী নেযায় ঐ কোৱাগৈ বুজায় ঐ
লাগে ফুলৰছা বিহা ;
আনা হাতে ধৰি দিয়া আগে কৰি
ডেকালৈ দিয়াহি বিয়া।

(২৭)

আৰেলি বেলিকা জিকা ফুল ফুলিছে
মাৰে মোৱা মাছে জাকি ;
গধূলি বেলিকা আইটি ওলাইছে
আনন্দে নধৰে আজি।

(২৮)

হাতৰ লাহৰে খাকজোৰ পিন্ধিলা
ভৰিৰ লাহৰে পৰি ;
গলধনত পেলাই খোপাটি বান্ধিলা
এহাত্ত এমুঠন কৰি।

(২৯)

ফুলৰ বাতৰি পালো মই আইটি,
ভৰিৰে মাৰিলো টিপা ;

বাবে বছৰীয়া নুফুলা ফুলেও
আপুনি ধৰিলে শিপা।

(৩০)

ডেও দি এবালে ডেও দণিকণা
লুটি দি এবালে শাল ;
সেউটি মালতী টগৰ তুৰামালী
সবেও ধৰিলে ডাল।

(৩১)

ফুলৰ বাতৰি পালো মই মইনা
চৌপাশে মেলিলো হাত ;
সেউতী মালতী টগৰ তুৰামালী
সবেও মেলিলে পাত।

(৩২)

ফুলৰ বাতৰি পালো মই মইনা
চৌপাশে মাৰিলো দলি ;
সেউতী মালতী টগৰ তুৰামালী
সবেও পেলালে কলি।

(৩৩)

ফুলৰ বাতৰি পালো মই মইনা
গিচিকাই মাৰিলো হাঁহি ;
সেউতী মালতী টগৰ তুৰামালী
সবেও মেলিলে পাহি।



(৩৪)

মাছৰ কুমলীয়া শ'ল মোৰ মইনা
মাছৰ কুমলীয়া শ'ল ;
সেউতী মালতী টগৰ তুৰামালী
ফুলি জক-মক হল।

(৩৫)

ফুলনি বাৰীতে আছিলো আইটি
ইপাহি সিপাহি লেখি ;
বাটৰ বাটৰুৱাই কৰে হৰি হৰি
ফুলৰ জক-মক দেখি।

(৩৬)

ঢাপৰ কাণে কটা সিজু মোৰ মইনা
ঢাপৰ কাণে কটা সিজু ;
এই মলা ফুল দিবাগৈ চেনাইটিক
খোপাত খাই যাব বিজু।

(৩৭)

এই মলা ফুল মযে গুথিছিলো
তাৰো লিখা নাই বিহা ;
এই মলা ফুল দিবাগৈ চেনাইটিক
দলিয়াই দি যাব বিহা।

(৩৮)

স'ৰা গছৰ মুঢ়া মোৰ মইনা
স'ৰা গছৰ মুঢ়া ;

এনা জৰীৰে ফুলকে গুথিবা
চিনিব নোৱাৰে জোৰা।

(৩৯)

ই ৱোলে মইনা সি বোলে মইনা
মই ৱোলো বুকুৰে সোণ;
মইনাৰ ফাললৈ চাবকৈ নোৱাৰি
যেনে পূৰ্ণিমাৰে জোন।

(৪০)

ৰৰ ঘৰৰ মূধতে তাঁতে বৈ আছিলা
মূৰত নেমুটেঙাৰ ভৰণ;
গজে কি মুকুতা চিনিব নোৱাৰি
হেঙ্গুল হাইতালৰ বৰণ।

(৪১)

বাটে বুলিবৰ লেচাই লেচাই
তুমি কোন গাঁৱৰ ডেকা;
কোমল ধূতিৰে ৰচোৱাল মাৰিছা
তোমাৰে হাঁচটি ফটা।

(৪২)

হয়ে কি অহয়ে হয়;
এখনি হাঁচটি খুজিব খুজিছো
দিয়া কি নিদিয়া বৈ?



(৪৩)

হাই দি তুলিবৰ লাই;
তুমি লেচাই ডেকা হাঁচটি খুজিলা
ব'ৰলৈ টোলোঠা নাই।

(৪৪)

ভাতে ৰান্ধি দিয়া খাওঁ এ পকৰা
পানী আনি দিয়া খাওঁ;
চাউল মুঠিচেৰেক ৰান্ধি দিয়া পকৰা
টোলোঠা বিচাৰি যাওঁ।

(৪৫)

শালি ধানৰ মৰণা মাৰিলো
কঠীৱাৰ নথ'লো সঁচ;
উজনি নামনি কেউ ৰাজ মাৰিলো
টোলোঠাৰ নেপালো গছ।

(৪৬)

আহুৰে শালিয়ে মৰণা মাৰিলো
জোকাৰি পেলালো খেৰ;
উজনি ৰাজতে টোলোঠা পালেগৈ
যোল হাত এমুঠন বেৰ।

(৪৭)

ভাতে ৰান্ধি দিয়া খাওঁ এ পকৰা
পানী আনি দিয়া খাওঁ;

গাঁৱৰ চুবুৰীয়াক মাতি আনা পকৰা
টোলোঠা কাটিবলৈ যাওঁ।

(৪৮)

হাবিত ফুলিবৰ তুলা;
এটি দুটি কৰি আহিল চাৰিটি
টোলোঠা কাটিবৰ বেলা।

(৪৯)

ছাগে কিনি আনি দি যাওঁ বলি কাটি
চৰাও মহেশ্বৰক ভোগ;
নাম গুৰু ভকতক শিৰত তুলি লৈ
গছত মাৰিলো কোৰ।

(৫০)

নাও বাবৰে উঠাৰ;
পকৰা শিপিনীৰ টোলোঠা গছ কাটোতে
ছৰুবা ভাগিলে কুঠাৰ।

(৫১)

কি মাছ মাৰিবৰ এলেঙ;
পকৰা শিপিনীৰ টোলোঠা গছ কাটোতে
ফাটিল সৰু-সূতাৰ ছেলেং।

(৫২)

পথাৰৰ মাজৰে মুঢ়া;
পকৰা শিপিনীৰ টোলোঠা গছ কাটোতে
গাঁৱৰ মৰিল চাৰিটি বুঢ়া।



(৫৩)

কি মাছ মাৰিবৰ শ'ল;
পকৰা শিপিনীৰ টোলোঠা গছ কাটোন্তে
এমাহ এক যুগ গ'ল।

(৫৪)

পকৰাই ৰান্ধিলে পকৰাই বাঢ়িলে
পকৰাই নেখালে ভাত;
ৰাতিটোৰ ভিতৰত কাটে পাঁজি-সূতা
পুৰালৈ তৰিলে তাঁত।

---

# তৃতীয় অধ্যায়—পূৰ্ব্বৰাগ

( প্ৰেম-প্ৰণয়ৰ-পাতনি )

(১)

চাউলৰ চিকুণ খুদ ঐ লাহৰি
চাউলৰ চিকুণ খুদ ;
ডেকাৰে চিকুণ ভৰিৰ কলাফুল
গাভৰুৰ চিকুণ দুধ ।

(২)

নৈৰে শুৰনি গঙাকৈ চিলনী
পৰ্ব্বতৰ শুৱনি মিৰি ;
ডেকাৰে শুৱনি ভৰিৰ কলাফুল
গাঁৱৰে শুৱনি তিৰী ।

( ৩ )

নৈৰে লেতেৰা বিলাহী-ৰেঙেনা
ফুলৰো লেতেৰা পাহি ;
ডেকাৰে লেতেৰা নিবোকা চামোন
মুখত মিচিকিয়া-হাঁহি ।

( ৪ )

নৈৰে লেতেৰা খুলীয়া খুলীয়া
ভোগদৈৰ লেতেৰা পানী ;



ছোৱালী লেতেৰা বিজুলী-চকুৱা
মুখত মিচিকিয়া হাঁহি ।

( ৫ )

ইৰিণা বিৰিণা গোঁহাইদেও-লিগিৰা
ৰঙাকৈ বিচনী লই ;
কঁকালৰ গামোছা কৰে তিৰবিৰ
তামোল দি যোৱা ৰ'ই !

( ৬ )

বৈ নো বৈ ধেমালি কৰ ঐ মইনা
বৈ নো বৈ ধেমালি কৰ ;
গাৰ ছেলেং কাপোৰ ছিৰিলি ছিৰিলি
বান্ধি ঐ ধেমালি নেৰ !

( ৭ )

হাঁহে বাটে বুলে লুহুৰে পুহুৰে
পাৰই বাটে বুলে ৰ'ই ;
আমি বাটে বুলো চেউনী আলিয়ে
লগত সমনীয়া লই ।

( ৮ )

ৰিঙেকৈ পহুৰে শিঙে ঐ মইনা
ৰিঙেকৈ পহুৰে শিঙ ;
চতাই পৰ্ব্বতৰ নাহৰ ফুল আনিছো
মোৰ ধনৰ হাতত দিম ।

( ৯ )

পিছলি পৰিবৰ কাঁহী বাই মালিনী

পিছলি পৰিবৰ কাঁহী ;

এই পাহি ফুলকে দিবাগৈ চেনাইটিক

মিচিকাই পেলাব হাঁহি ।

( ১০ )

ওপৰে উৰিলে মতীয়া চিলনী

পাখিয়ে ন'ললে ঘোৰ ;

লগৰ সমনীয়ালৈ তামোল কাটোতে

আঙুলি কাটিলে মোৰ ।

( ১১ )

ৰঙাকৈ গামোছা মাজে শেল দিয়া

তুমি তামোল কাটি খোঁৱা ;

লাহৰি হাতেৰে খুৰিয়াই খুৰিয়াই

আমাকো এখনি দিয়া ।

( ১২ )

তোমাৰ কটা-তামোল নেখাওঁ ঐ লাহৰি

আমাৰে মৰিব কুল ;

অজাতি নহওঁ মই বিজাতি নহওঁ মই

তোমাৰ মোৰ একেটি কুল ।

( ১৩ )

উজনি মাৰিলো নামনি শুকালে

চেঙেলি পৰিলে তল ;



মুঠিৰ কটা তামোল মুঠিতে শুকালে

দিবলৈ নেপালো চল ।

( ১৪ )

জোকাৰি বাই যাম বীণ মোৰ বান্ধৈ ঐ

জোকাৰি বাই যাম বীণ ;

তোমাৰ পদূলিত তামোল কাটি খাম

বাকলি থৈ যাম চিন ।

( ১৫ )

বাঁহৰে আগলিত পৰি কামে চৰাই

উভতি কোঁটালে পাখি ;

আমাৰ চেনেহীয়ে দিয়ে তামোল কাটি

পাণতে বাবৰি বাছি ।

( ১৬ )

হাতলৈ কি চাবা হাতীৰ শুৰে যেন

ভৰিবনো কি চাবা গোট ;

মুখলৈ কি চাবা দোলা-দাপোণ যেন

ককালটি বীণৰে গোট ।

( ১৭ )

আয়ে মাৰিলে ডাঙি বাৰী ভাঙিলে

ঘৰতো নিদিলে ঠাই ;

আমি দুয়ো ভনী ফুৰো বাটে বাটে

গাঁঠিৰ কটা তামোল খাই ।

(১৮)

আহোতে দেখোঁ ধন যাওঁতে দেখোঁ ধন
বগী জামুকৰ পুলি ;
খোৱাবো নহলি পিন্ধাবো নহলি
চকুৰে পোৰণি হ'লি।

(১৯)

দলনি ওপৰে কি চৰাই উৰিলে
আটাই ৰঙা ৰঙা ঠোঁট ;
অকল বগীতৰা সোণৰ গিলিপ মৰা
কপালত সেন্দুৰৰ ফোট ;

(২০)

দৰিকা দিচাঙে পানী বাঢ়ি গ'ল
দিখৌ এৰা স্মৃতি হ'ল ;
তোমাৰ তামোল ধন মুখলৈ নিওঁতে
বুকু চমেচমাই গ'ল।

(২১)

এই মলা ফুল ময়ে গুথিছিলো
তাৰো লিখা নাই পাহি ;
মোৰ মইনাই খুজি পঠিয়ায়
মাৰি মিচিকিয়া হাঁহি।

(২২)

তোকে বুলি যাওঁ ফুলৰে মালিনী
সমাজত বুলি যাওঁ বাই ;



এই ধাৰি ফুল ময়ে গুথিছিলো
লাহৰিৰ মুখলৈ চাই।

(২৩)

জাংফাই কেৰুজোৰ পনিয়লী বাখৰবোৰ
কাণত জিকে-মিকে কৰে ;
চেনাইটিৰ ফাললৈ চাবকৈ নোৱাৰি
হিয়াত খুন্দা মাৰি ধৰে।

(২৪)

গালে কাতিকৈ নেচাবা মইনা
মোৰ শপত লাগিব বেয়া ;
জনমে জনমে থাকিম একেলগে
যদি কৰে ঈশ্বৰে দয়া।

(২৫)

চকুৰে চকুৰে নেচাবি মইনা
মই চালে তল-মূৰ কৰ ;
তই নো মাতোতেই মাতিৰ পাৰো মই
জানো তই কেতেৰাই মাৰ।

(২৬)

কিনো ক'মে বাইটি তোকে ঐ বাইটি
ক'লে কি হ'ব তোক ;
পথাৰৰ মাজতে জাকৈ বাই আছিলো
ধনে মাত দিলেহি মোক।

( ২৭ )

দেহি ঐ লাহৰী দেহি ঐ চেনাইটি
কোনে চাই থাকিব পাৰে ;
সোণতে সুৰগা , ককঁালত মেখেলা
দেখি মনে প্ৰাণ হৰে।

( ২৮ )

হাতৰে শুৱনি হাতৰ গাম-খাৰু
ককঁালৰ শুৱনি বিহা ;
মূৰৰে শুৱনি মূৰৰে সেওঁতা
গলধনৰ শুৱনি থোপা।

( ২৯ )

নৈয়ে গুম-গুমাই কোম্পানীৰ জাহাজে
ঢেঁকি গুম-গুমাই থোৰা ;
বুকু চম-চমাই মন কুৰুলিয়াই
জীয়ৰী হ'বৰে পৰা।

( ৩০ )

এই বেলি আহুধান পানীয়ে মাৰিলে
ওপৰত গজিলে কামী ;
চৰাই-চিৰ্কতি সবাৰো পিৰিতি
তাৰো সমান নহলো আমি।

( ৩১ )

এই বেলি আহুধান পানীয়ে মাৰিলে
ঘূৰি-বেলি আহুধান পাম ;



মহৰ শিঙৰ পেপাটি বঃ নকিয়াই আনাগৈ
তোমাৰ শপত বিহুলৈ যাম।

( ৩২ )

আঁহতৰ পাতে ক ৰে তিৰ ৱিৰ
আমি পাতোঁ সান্দহৰ খো'লা ;
এতিয়াই আহিব মোৰ ধ ন পিলিঙা
দিবহি সাদৰী কোলা।

( ৩৩ )

আমলৈ বুলি মাৰো ফৰ্ম্মুঠি
কি বুলি তেতেলী সৰ ;
ভনী জোঁৱাই বুলি দি যাওঁ ঢাবি-পীৰা
কি বুলি চুপতি কৰ।

( ৩৪ )

মুখৰে শুৱনি মিচিকি হাঁহিটি
মূৰৰে শুৱনি চুলি ;
তোমাৰ মোৰ শুৱনি জোনাকী ৰাতিটি
শিমলু তুলাৰে তুলি।

( ৩৫ )

ইমান ধুনীয়াকৈ কোনেনো স্ৰজিলে
কোনে নাম দিলে দয়া ;
তোমাক আনিবলৈ মন যে ৱলিয়া
কৰিব নোৱাৰো ৱিয়া।

(৩৬)

কাহানিকৈ আহিব বহাগৰ বিহুটি
কাহানিকৈ কান্দিব কুলি ;
কাহানিকৈ থৰিবা হাতত মুঠি মাৰি
মোকে ঐ চেনাইটি বুলি।

(৩৭)

চকুলৈ চালে হাঁহা মিচিকিয়াই
হাঁহিতে লগোৱা বেথা ;
তোমাক আনিবলৈ মনে লিক্‌লিকাই
সৰু হৈ লগাইছা লেঠা।

(৩৮)

চমকত চাবলৈ নহও মই বিজুলী
নহও মই বোয়ত্তি নৈ ;
চৰায়ো নহ'লো তোমাক উৰি চাবলৈ
দুপাশে দুপাখি লৈ।

(৩৯)

সৰুহৈ আছিলি মাৰৰ লগত শুইছিলি
কাঁহীত খাই আছিলি ভাত ;
এতিয়া মইনা ডাঙৰ হৈ আহিলি
মৰম-বেথা লগালি গাত।



(৪০)

শিমলু লেটেঙা মাছৰ নাম বিৰলা
চৰাইৰ নাম আছিলে বগ ;
তোমাৰ নাম থৈছে ইন্দ্ৰজিত মালতী
কোন দিনা পাই যাম লগ।

(৪১)

তুমি চোৱা আমালৈ আমি চাওঁ তোমালৈ
চাইনো চাই কৰিবা কি ;
এদিন এবেলা ৰাখিব নোৱাৰো
কোনোৱা কাৰোবাৰ জী।

---

# চতুৰ্থ অধ্যায়—অনুৰাগ (ধাউতি)

(১)

বাঁহৰ তলে তলে বাঁহীটি বজালো
শাহুৱে শুনকহি বুলি ;
শাহু আয়ে শুনিলে মিচিকাই হাঁহিলে
জোঁৱাই ধেমেলীয়া বুলি ।

(২)

পানীৰ জিক-মিক পানীৰ পুৰুৱা
ফুলৰ জিক-মিক পাহি ;
চেনাই জিক-মিক তেজৰে বলতে
মুখত ঐ নুগুছে হাঁহি ।

(৩)

বাঁহৰ আগলৈ চাইনো পঠিয়ালো
বাঁহৰ কোন ভাগি পোন ;
চেনাইটিৰ ফাললৈ চাইনো পঠিয়ালো
যেন পূৰ্ণিমাৰে জোন ।

(৪)

বৈনো বৈ ধেমালি কৰিম ;
জীয়াই থাকোঁ মানে ধেমালি কৰিম ঐ
মৰিলে কাহানি কৰিম ?



(৫)

নৈৰে কানৰে গোধাকৈ শিমলু
গোৰ মাৰি ভাঙি যাওঁ ডাল ;
গোৰ মাৰি ভাঙি যাওঁ বাটৰে ডেওনা
ইও এক শতুৰু কাল ।

(৬)

ৰিব ৰিব কৰি বতাহ জাকি বলিলে
চোতালৰ উৰুৱাই ধূলি ;
শহুৰৰ পদূলিত তিনি পাক মাৰিলো
মতা ম'হ হেৰালে বুলি ।

(৭)

ম'হ মেলি গুৱালটি চাপৰি পালেগৈ
বাটত ছিঙি খালে কলা ;
পাছৰটি গুৱালে উকিটি মাৰিলে
নুঘূৰে যঁতৰৰ শলা ।

(৮)

উজাই চালো মই ভটিয়াই চালো মই
তোমাৰ মান শুৰনি নাই ;
দেৱে ঐ মাৰিব মনিষে মাৰিব
তোমাক জানো অকলৈ পায় ।

(৯)

গাটো চায় চোলা মূৰ চাই সেওঁতা
কাণত বাখৰ লগা কেৰু ;

এদিন নেদেখিলে থাকিব নোৱাৰো
এবছৰ কেনেকৈ থাকো।

(১০)

আজি কুই গ'লো কাচি ৰোৱাদৰা
কোনে ফেনেকিয়ে গলি ;
খোজত চিনি পালো মাতত বুজি পালো
পাৰো কোন সতে গালি।

(১১)

চাইনো থাকিলে হাবিয়াস নপলায়
নেখালে হুগুছে ভোক ;
যেন সৰি যাব বালি-হাটৰ ৰেঙেনা
দলিয়াই দি যাব মোক।

(১২)

ঢোলত চাপৰ মাৰি ঢুলীয়া ওলালে
বহি বৈ আছিলো তাঁত ;
টোপোলাৰ সেন্দূৰ টোপোলাতে থাকিল
খাবলৈ নহলে ভাত।

(১৩)

খাই নো খাই আমনি লতা পনীয়ল
বই নো বই আমনি তাঁত ;
দেখি দেখি আমনি শহুৰৰ পুতেকটি
লগাই ঘনে-ঘনে মাত।



(১৪)

কিনো হাত ডুখনি কেনে ভৰি ডুটি
কিনো তোমাৰ শুৱলা মাত ;
ৰ'দ পাই জিলিকে তোমাৰ গাল ডুখনি
হাঁহিলে জিলিকে দাঁত।

(১৫)

কেঁচা আম খৰি ফালিম কেনে কৰি
জ্বলাম কেনে কৰি জুই ;
আমাৰে পিৰিতি হব কেনে কৰি
ডুঘৰত থাকোতে শুই।

(১৬)

তোমাৰ মুখে খনি মালি মাছৰ নিচিনা
বামি মাছৰ নিচিনা চুলি ;
ল'মে ল'মে বুলি এদিনো নললা
ডুখনি হাতেৰে তুলি।

(১৭)

দেবীলৈ বান্ধি যাওঁ ক'লাকৈ ছাগলি
দেৱতালৈ টোপোলা বান্ধো ;
তোমাক নেপাওঁ বুলি মনত ঐ চিতনি
ৰাতি পাটীত পৰি কান্দো।

(১৮)

পিয়াহৰ সুৰদি পানী ঐ লাহৰি
ভোকৰে সুৰদি ভাত ;
তাতোকৈ সুৰদি তোমাৰ মাতেষাৰি
লগাই থৈ যোৱা মাত।

(১৯)

ইৱাগৰ সিবাগৰ মাৰো চাৰি বাগৰ
কিনো কোৱা কথাষাৰি ;
ভাঙি কথা কোৱা মিছা নেমাতিবা
নথবা মোকে ঐ ভাৰি ।

(২০)

বাঙলী হৰিণাৰ জীভা ;
ঘৰত ঐ মইনা থাকিব নোৱাৰো
তুমি মোক খুৱালা কিবা ।

(২১)

আজি গধূলিকৈ যাম ঐ মইনা
বাটৰে নঙলা খুলি ;
কুকুৰে ভুকিলে ওলাই তই আহিবি
ক'ত কি দেখিছ বুলি ।

(২২)

হাবিৰ লতা পাতে বাটটি ভেটিলে
বেলিয়ে মেলিলে ঠেঙ ;



তোমাৰ নো ঘৰলৈ যাবকৈ নোৱাৰি
বাটত দিলে বগৰি জেঙ ।

(২৩)

আহ তই পিলিঙা যাব তই পিলিঙা
বাটৰ মৰে ডুবৰি বন ;
তই যে পিলিঙা নিবকৈ নোৱাৰ
কেলেই ভঙাইছিলি মন ।

(২৪)

আলিটি কেকুৰি চেনাই যায় ফেকুৰি
কাণতে থুৰিয়া লবে ;
তোমাক দেখা পাই মন মোৰ ঘূৰিলে
শোকে খুন্দা মাৰি ধৰে ।

(২৫)

ইমানকৈ বুজালে নুবুজা সাদৰী
কথালৈ নকৰা কাণ ;
গছৰ গুটি নহয় বাৰে বাৰে লাগিব
যৌৱন গলে পাবলৈ টান ।

(২৬)

এৰাপাত পিতিয়াও বায়েৰক লুটিয়াও
তামোল কাটি দিয়া খাওঁ ;
সৰুজনী খুলখালী দুৱাৰ মেলি দিয়া
শোৱা ভিতৰলৈ যাওঁ ।

(২৭)
জকাই বাই আহোঁগৈ বলমা পথাৰত
ভৰি ধোও পুখুৰি পাৰত ;
এবেলা জীয়াৰী এবেলা বোৱাৰী
পৰিলা মকৰা জালত।

(২৮)
হাতী ঐ হাতী ঐ পোৱালী হাতী ঐ
শুৰে মেলি মলহা খায় ;
লোকৰ ল'ৰা দেখি লুভিনী ছোৱালী
মূৰে দাঙি দাঙি চায়।

(২৯)
জকাইলৈ গৈছিলো খালে মহ জোকে
ৰথাব নোৱাৰো তেজ ;
খৰকৈ যোৱাগৈ পিতাদেৱাক কোৱাগৈ
আনক টীয়কীয়া ৰেজ।

(৩০)
অনেক তুখে কৰি পানীযোৰ আনিলো
অকলৈ ৰান্ধিলো ভাত ;
অকলে অকলে খাব যে নোৱাৰো
নুশুনো চেনেহৰ মাত।

(৩১)
দীঘলী ৰজাৰৰ পাভ মাছ আনিলো
পকা-নেমু দিয়ে ৰান্ধো ;



খাৱৰে সময়ত তোলৈ মনত পৰে
ভাতৰ পাতত বহি কান্দো।

(৩২)
হেৰা মেঘ দেৱতা বৰষুণ নিদিবা
ৰাতি নুপুৰাই মানে ;
ধনৰে ঘৰলৈ যাবলৈ ওলাইছো
নেদেখা ঈশ্বৰে জানে।

(৩৩)
পুখুৰিৰ চাৰিপাৰ প্ৰথমে জাতিস্কাৰ
ভেট ফুল উপচি পৰে ;
তুমি যে নহলে দেহা তল-ওপৰে
হিয়া খুন্দা মাৰি ধৰে।

(৩৪)
এই বেলি বাণে হে বাণ ঐ মইনা
এই বেলি বাণেহে বাণ ;
এই বেলি বহাগত বিয়া নেপাতিলে
দেহালৈ পৰিব টান।

(৩৫)
তোলৈ চাই ৰাঙলী বান্ধি যাওঁ ডাঙৰি
গড়া চপাই বান্ধি যাওঁ নাও ;
গা চমে-চমাই দেহা টনে-টনাই
তোকে লগ কাহানি পাওঁ।

(৩৬)

এইনো চ'ত-মহীয়া   ব'দে চউ চউ
পেটতো লাগিছে ভোক ;
টিয়হো নহ'লি   চিৰাঙো নহ'লি
কামুৰি খাবলৈ তোক।

(৩৭)

তোমাৰ জীৱন দুটি   এনুৱা শুৱনি
মলয়া বতাহত লৰে ;
মোৰে ঐ মনত   চিতনি গুণনি
জানোবা সুলকি পৰে।

(৩৮)

বহো ভাতৰ কাঁহীত   চকু তোমাৰ হাঁহিত
ভাত সৰি সৰি পৰে ;
তামোল হোৱা হ'লে   ফালি যে দেখুৱাম
কিহে মোক আমনি কৰে।

(৩৯)

কামুৰি নেখাওঁ মই   মুচৰি নেভাঙো
কথাযাৰ শুনাচো ৰৈ ;
সৰিয়হ জনম লৈ   বেটেৰি চেপালৈ
কেলেই কৰিছা ভয়।



(৪০)

শৰীৰ ক'লা হ'ল ঘামে ;
তোমাৰ সন্তাপত   হিয়াখন ক'লা হ'ল
নেখায় বনৰীয়া বাঘে।

(৪১)

বৰশীৰ আগৰে পুঙা ;
দেখিবলৈ পালো   তোমাৰ গাল দুখনি
খাবলৈ নেপালো চুমা।

(৪২)

স্বৰগৰ তৰাকো   ৰাখিব পাৰো মই
হাতৰে কাজলি লৈ ;
ৰাতিৰে ৰাতিটো   টোপনি নধৰে
তোমাৰ গুণ-চৰিত কৈ।

(৪৩)

পাতিবলৈ পালো   ভাঙিবলৈ নেপালো
তোমাৰ ঐ সকলো জেঙা ;
দেখিবলৈ পালো   খাবলৈ নেপালো
চেনেহৰ এযুৰি টেঙা।

(৪৪)

গধূলি ভাত খাই   পদূলিলৈ ওলাই যাওঁ
গাত মাৰি চেলেঙৰ ছাতি ;

তোমাক নেদেখি থাকিব নোৱাৰো
দেহা কৰে উজনি ভাতি।

(৪৫)

খাবৰ মনে গল বগী হাঁহ এজনী
চোবাব নোৱাৰো ঠেং ;
যাবৰ মনে গ'ল পিলিঙা ডেকালৈ
বাটতে বগৰি জেং।

(৪৬)

কাকদোঙাৰ বৰালি ডেৰ ছোৱাৰ বৰালি
কেনেকৈ মিহলি হ'ল ;
আমি নেঘেৰিয়াল তুমি যোৰহটীয়া
কেনেকৈ চিনাকি হ'ল ;

(৪৭)

হেন্দুলি হেন্দুলি জাকৈ বাই আছিলো
কিহত কি কথা হ'ল ;
দেখা নেপাওঁ বুলি চিন্তা কই আছিলি
বাটত ভেটা-ভেটি হ'ল।

(৪৮)

মাছে মাৰিবৰ অনেকটা এ বুধি
দীঘলী কাটিবৰ লোৰ ;
ছোৱালী আনিবৰ অনেকটা এ বুধি
জোপাৰ তলে তলে খোব।



(৪৯)

কিতাপ পঢ়ি পঢ়ি কান্দ তই মইনা
চিঠি পঢ়ি পঢ়ি কান্দ ;
ভাতৰ পাতত বহি কান্দ তই মইনা
কালৈ চিন্তা কৰি থাক।

(৫০)

এৰি পুহিবলৈ এড়ালি এৰা নাই
মুগা পুহিবলৈ চোম ;
মাৰে বাপেৰে যি কৰে কৰিব
তোমাকে নো বুলি যাওঁ সোণ।

(৫১)

ৰাতিৰে ৰাতিটো টোপনি নধৰে
আহো বাহিৰলৈ ওলায় ;
বাহিৰত বহিলে খৰো কান্দিবলৈ
কোন জন বিধিয়ে মিলায়।

(৫২)

মই থাকো চোতালত আই থাকে আথলত
তই থাক ভৰালৰ মূধত ;
বোপাই বাৰীত থাকে ককাই ধানত লাগে
দেখাও নিদিয় পাকত।

(৫৩)

আহাৰে শাওণে চাম কঠাল পকিলে
কলীয়া হলোৱে খায় ;

চৰকাৰী কামত মোৰ ধন আছেগৈ
ধেমালিৰ বতৰে যায়।

(৫৪)

আগলি বাঁহৰে লাহৰি গগণা
বহি তাঁতৰ পাতত বাওঁ;
আহে কি নাহে ঐ মোৰ নো লাহৰি
চিৰি পাতি মঙ্গল থন চাওঁ।

(৫৫)

মাটিতে মঙ্গল চাওঁ তিনি বেলি
চাওঁ তিনি বেলি তোক;
পদূলি ওলাই চাওঁ তিনি বেলি
নেদেখি লাগিছে শোক।

(৫৬)

চাওঁ তিনি বেলি খৰিকাৰ মঙ্গল
চাওঁ তিনি বেলি গণক;
চাওঁ তিনি বেলি পদূলি ওলাই
এবাৰো নেদেখোঁ ধনক।

(৫৭)

চকলা টেঙাটি অকলৈ নেখাবা
আমাকো এচকল দিবা;
যোৰহাট জিলালৈ অকলৈ নেযাবা
আমাকো লগতে নিবা।

(৫৮)

তেলৰ বাটিতে তেল মলঙিলে
গাতে মলঙিলে ঘাম;



পদূলি ওলাই শুহুৰি মাৰিলো
তুয়ো একেলগে যাম।

(৫৯)

তুমি যেতে বেলি শুহুৰি মাৰিলা
মই তেতে বেলি বান্ধো;
কেঁচা খৰি বুলি আফালি-সাফালি
ধোঁৱাই খাই বুলি কান্দো।

(৬০)

তই যে কলীয়া অলিয়া-বলিয়া
মোকে কৰি গলি বাউল;
জালি কটা বেৰেদি শুহুৰি মাৰিলি
হোৱা ভাতক কৰিলি চাউল।

(৬১)

কলৈ যাব্ কলীয়া গধূলি বেলিকা
মাৰক নোবোল আই;
অত মহে গৰু হেদাঙি মেলিলি
তিকতাৰ বাতৰি পায়।

(৬২)

আজি ৰাতি সপোনটি দেখিলো
কাঁহীত খাই আছিলো ভাত;
তোমাৰে নিচিনা মিঠা বৰণীয়া
হাতত দি আছিলো হাত।

---

# পঞ্চম অধ্যায়—প্ৰণয়

(১)

ধনলৈ বুলি খুন্দো পিঠাগুৰি
পকৰাই পিপৰাই খায়;
চাবে দিয়া গাখীৰত মোলান পৰি গল
সোন্দাকল মৰহি যায়।

(২)

লুইতৰ বালি ৰগী ধকেধকি
কাছই কণী পাৰে লেখি;
গাতে জুই জ্বলে সৰিয়হ বাগৰে
ধনক পানী ঘাটত দেখি ।

(৩)

মইনাৰ মুখলৈ চাবকৈ নোৱাৰি
মুখত মিচিকিয়া হাঁহি;
বিজুলী চমকে মন ঐ মুহিলে
পদূলি বাটলৈ আহি।

(৪)

ওলায় জকে-মকে আকাশী চন্দ্ৰমা
ওলায় জকে-মকে তৰা;
ওলায় জকে-মকে মোৰ প্ৰিয়তমা
ৰবঘৰৰ ভিতৰৰ পৰা।



(৫)

চিৰিপ চিৰিপ কৰি কাপোৰ ধুই আছিলো
চিৰী লুইতলৈ চাই;
চিৰী লুইততে শুহুৰি মাৰিলে
ধনে নাও মেলি যায়;

(৬)

জোনৰ সাৰথি তৰা;
আমাৰ সাৰথি চেনেহী লগৰী
চিনিছো নিলগৰ পৰা।

(৭)

চিৰিঙাই পৰিবৰ মন;
হাতৰ বন এৰি গুণনিত ধৰিলো
চিৰিঙাই পৰিবৰ মন।

(৮)

চৰাই মনোমতী মনকে মুহিলি
কোটাহি বেঙেনাৰ তলত;
কিনো মোহিনীয়ে আমাৰ মন মুহিলি
থাকিব নোৱাৰো ঘৰত।

(৯)

ডিবুৰুৰ আগালি নৈ ভেঙ্গুৰীয়া
উটাই পঠিয়াও ভূৰ;
লেফেফা ভিতৰত ছবি পঠিয়াওঁ
আঙ্গুলিত চিন দি যাওঁ মোৰ।

(১০)

শালিকি চৰায়ে দদাইদেউ বুলিলে
মই বোলো ভটিজা জী ;
এবেলি ইঁহুৰাই এবেলি কন্দুৰাই
দূৰৈত গা-দেখা দি ।

(১১)

চাকিত লগাৱৰ গছা ঐ মইনা
চাকিত লগাৱৰ গছা ;
শুকুৰ বাৰৰ দিনাখন বিহুধৰ মইনাই
তামোল দি যোৱাটো সচাঁ ।

(১২)

মৰি টেঙাৰে জিম ঐ মইনা
চকলা টেঙাৰে জিম ;
এনেষাৰ কথাৰে কন্দুৰাই পেলালা
কিনো বা উত্তৰে দিম ।

(১৩)

কিনো তামোল খনি দিলা মোৰ মইনা
অতি চেনেহৰে খালো ;
সেই নো তামোল খনি খাবৰে পৰা
তোমাৰ লগত চিনাকি হ'লো ।

(১৪)

উভতি নেচাবি মোকে ঐ জোনাকি
পালতি নেচাবি মোক ;



পানী অনা ঘাটত পিচলি পৰিবি
মোৰ গাত নিদিবি দোষ ।

(১৫)

বুকু বহল কৰি ককাল চিয়া কৰি
তোমাৰ মান শুৱনি নাই ;
তোমাৰ ঐ ককালটি অতিকৈয়ে লাহি
খোজত হালি জালি যায় ।

(১৬)

চকু যে মুদিলে দেখো ;
কোন জন ঈশ্বৰে এনেকৈ মিলালে
একে দেহা যেন দেখো ।

(১৭)

তোমালৈয়ে বুলি গঢ়না গঢ়ালো
হাতলৈ গঢ়ালো খাৰু ;
তোমালৈয়ে বুলি তুলি থন কৰালো
মাদুৰি তুলাৰে গাৰু ।

(১৮)

গোলাপ ফুলাদি ফুল ঐ লাহৰি
বয়সত মোতকৈ সৰু ;
কাকো ঐ নকবি অ' মোৰ লাহৰি
মই যে পিৰিতি কৰো ।

(১৯)

হাত মেলি হালধি নলবি মালতী
ভৰি মেলি নলৰি তেল ;
আজি মাজ ৰাতি শোৱা ঢাৰি পাটীত
কিহৰ পাতিছিলি মেল ।

(২০)

আজি গধূলিকৈ নাহিবা সোণাই
নোপোৱা পদূলিত মোক ;
পৰহিলৈ গধূলি আহিবা লাহৰি
ফালি থ'ম ৰেৰৰে চুক ।

(২১)

বেৰৰ চুকেদি সোমাম কেনে কৰি
পেটতো লাগিব ভয় ;
কোনোবাই ক'ৰবাত দেখিব লাগিলে
ওলাম কোন লাজত মই ।

(২২)

কোনে কি কৰিব তোকে ঐ মইনা
কোনে কি কৰিব তোক ;
মোৰ গাৰ আঁৰেদি উলিয়াই পঠিয়াম
কোনে ৰাক ধৰিব মোক ।

(২৩)

কালি যে নাহিলা ভালকে কৰিলা
শুবলৈ নাছিলে ঠাই ;



যোৰ যোৰ কৰি আলহি শুইছিল
ৰৰঘৰত শুইছিলে আই ।

(২৪)

ৰাতি চাকি লগাই কি মণি গাঁথিলি
আটাইবোৰ সোণৰে পোৱাল ;
একেটা গাকতে শুবলৈ নেপালো
ৰাতিটো বেগতে পুৱাল ।

(২৫)

ৰাইক মাতিছিলো ভিনিহিয়ে বুলিলে
আজি খুলথালী থাক ;
থাকিব নোৱাৰো চেনেহৰ ভিনিহি
থাকিলে লাগিব পাক ।

(২৬)

চৰকাৰি চাকৰি নেলাগে কৰিব
নাই তাত একেৰি সুখ ;
দেহা থাকিলে বেহাও থাকিব
শৰীৰত নিদিবা দুখ ।

(২৭)

আকো সোধো মই তাকো সোধো মই
ৰাইজয়ে কিয়ে ৰন কৰে ;
কলিয়া খোপাটি গলধনত পেলাই লৈ
ৰেচেমৰ তাঁতকে ত্তৰে ।

(২৮)
তোকে চাই ৰাওলী বান্ধি যাওঁ ডাঙৰি
গড়া চপাই ৰান্ধি যাওঁ নাও ;
বুধে-বৃহস্পতি থাকো খলিপুতি
শুকুৰে ভটিয়াই যাওঁ।

(২৯)
ইকৰা কটিয়া খাগৰি কটিয়া
দুয়োটি চৰণত ধৰো ;
ইকৰা মূঢ়াতে নৰহো মইনা
গাৰে কাপোৰে পাৰো।

(৩০)
শালিকী চৰায়ে দদাইদেও বুলিলে
মই বোলো ভতিজা জী ;
এবেলি ইঁহুৰাই এবেলি কন্দুৰাই
পনিয়ল পিটিকা দি।

(৩১)
হালে ৰাই এছাৰি গচকি পুতিলো
পদুমী পুখুৰি পাৰত ;
তেজৰে মেখেলা পাগুৰি পিন্ধালো
নকৰি ৰাপেৰৰ আগত।

(৩২)
নৈৰে দাঁতিৰে নগা-জলকীয়া
তলৈ মেলিলে শিয়া ;



মাৰে-বাপেৰে সইত দি থৈছে
দুগালে দুচুমা দিয়া।

(৩৩)
দেও দি সাৰিলে দেও দৰিকণা
পল ভাঙি সাৰিলে শ'ল ;
অতি চেনেহৰে কামুৰি ধৰিলো
বালিচন্দা উফৰি গ'ল।

(৩৪)
ষোল দিনৰ ভৰে সহিব নোৱাৰো
মনে উৰো উৰো কৰে ;
কথাদি মইনা যদিহে নাহিৱা
ৰেজাৰ নকৰিৱা পৰে।

(৩৫)
শিলে পোতা পুখুৰি ন-কৈ বন্ধালে
ইটাৰে বন্ধালে পাৰ ;
চিৰ দিনৰ পিৰিতি এৰিব লাগিলে
নগা-যাঠি মাৰিয়ে মাৰ।

(৩৬)
আলি ঢাকি পৰিলে হালধীয়া চৰাই
পথাৰ ঢাকি পৰিলে কাম ;
কুমলীয়া দেহাটিক কোনে মুচৰিলে
জুৰুলি ষোৱালে ঘাম।

(৪৬)

কি চৰাই কান্দিলে হেটুলুক হেটুলুক
কণীযোৰ পাৰিলে বনত ;
সূতা কাটিছিলো পাঁজি কাটিছিলো
চেনাইলৈ পৰিলে মনত।

(৪৭)

শিমলু পৰিলে জিমত ;
উজনি বাজতে হাতুৰি মাৰোতে
তোলৈ পৰিলে মনত।

(৪৮)

টিনপাতৰ বঙলা তলে দি ভমলা
মাৰে তুলাপাতৰ সোপা';
মোৰ ধনক ঐ চাৱলৈ গৈছিলো
মাৰে গলধনত খোপা।

(৪৯)

হাবিত নাম গালো ককায়ে শুনিলে
থাকিবলৈ নিদিয়ে ঠাই ;
এদিন এৰাতি হাবিতে থাকিলো
চেনাইৰ কটা তামোল খাই।

(৫০)

চিৰিপ চিৰিপ কৰি কাপোৰ ধুই আছিলো
ওপৰত উৰিলে টুনি ;



টুনিৰ লগতে উৰিম যেন লাগিল
ওচৰত নহলা তুমি।

(৫১)

ধান দাই গলো লিৰিকি থিৰিকি
গছকি ভাঙিলো গৰা ;
ৰহিবৰ চলতে কাঁচি-দাঁত লেখিলো
লেখিলো স্বৰগৰ তৰা।

(৫২)

চতে গই গই বহাগ পালেহি
ফুলিলে ভেবেলি লতা ;
কৈ থাকোমানে ওৰকে নপৰে
সৰুটি "লেটেঙৰ" কথা। (১)

(৫৩)

পদূলি মুখৰে তামোল চাৰি জুপি
বাঁহনি ঢাপৰে পাণ ;
হাতৰে ৰাঢ়নী থওঁ কাতি কৰি
শুনি যাওঁ ধনৰে নাম।

(৫৪)

ঢাপত মাৰিলো ঢাপলিকা চৰাইটি
পৰ্ব্বতত মাৰিলো টুনি ;
খোৱা ভাত-পানী সিও হল এথানি
তোমাৰ নাম গোৱা শুনি।

(১) লেটেং—ধন বা চেনেহৰ মাত।

(৫৫)

শালে ভুমুকিয়ায় শ'লে ভুমুকিয়ায়
আৰু ভুমুকিয়ায় চেঙা ;
ৰৰ ঘৰৰ ভিতৰত চেনাই ভুমুকিয়ায়
যেন সুমথিৰা টেঙা।

(৫৬)

গা-ধুই সলালো তিতাকৈ তিয়নী
ভৰি ধুই পিন্ধিলো খৰম ;
নেদেখি আছিলো ভালেই আছিলে
দেখিহে লাগিলে মৰম।

(৫৭)

থুপি থুপি কৰি ওলাই মাৰ গ'ল
স্বৰগৰ নেজালী তৰা ;
ছয়া-ময়া কৰি ওলাই দেখা দিলা
পদূলি মুখৰে পৰা।

(৫৮)

ভিতৰত দেখিলো সোণৰ খাটে পালেং
পদূলিত চামৰে পীৰা ;
গেলা পঁইতা নিৰলৈ আহোতে
পালো দোৱা-ভজা চিৰা।



(৫৯)

হাতৰে আঙ্গুলি কিনো চাই যাৱা
জিলিকে জেতুকাৰ বোল ;
মোৰ নো মইনাক কিনো চাই চাৱা
ৰৈ যায় ঘামৰে জোল।

(৬০)

নাও হ'ল এলেঙ্গি বঠা হ'ল সেলেঙ্গি
টিঙতো আকোৰা চৈ ;
ৰজাৰ আলিবাটত মানুহে দেখিব
থাকিম কেনে কৰি ৰৈ।

(৬১)

জৰা খাই বাকলি দলিয়াই পেলাৱা
কামুৰি নেখাবা জিম ;
আয়ে-বোপায়ে যি কৰে কাৰিব
তোমাক বিয়া কৰি নিম।

(৬২)

গা নো কুটেকুটায় আঙ্গুলি ৰতিয়ায়
নৰওঁ সৰু-সূতাৰ তাঁত ;
ফুৰি থৈ আহোগৈ ধনৰ ঐ চুবুৰি
লগাই থৈ আহোগৈ মাত।

(৬৩)

কুমলীয়া কৰালটি চিয়া ঐ মইনা
কুমলীয়া ককালটি চিয়া;
তুমি কুমলীয়া মইনো কুমলীয়া
পাতি যাওঁ বহাগত বিয়া।

(৬৪)

চকলা-চকলি ডাবে নাৰিকল
জুতুলা জবাবে জিম;
ওচৰ হোৱা হ'লে ইমান নহলহেঁতেন
দেহা উবুৰিয়াই দিম।

(৬৫)

নামত আছিলো ঘাই;
নাম পাহৰিলো পদ পাহৰিলো
ঘৰৰ মই ভাৱনা পাই।

---

# ষষ্ঠ অধ্যায়—বিষাদ (খেদ)

(১)

তামোলৰ ঢকুৰা জোনাকী পৰুৱা
কিয় মনে মাৰি থাক;
থাকোঁ মনে মাৰি লোকৰ ঘৰে ৰাৱী
কাইলৈ উলিয়াই দিব।

(২)

আগবাৰী শুৱনি কাকিনি তামোলে
পাছবাৰী শুৱনি পাণ;
বৰ ঘৰ শুৱনি জীয়ৰী ছোৱালী
উলিয়াই দিৱলৈ টান।

(৩)

সৰুতে পিতাদেউ জকাই সাজি দিলা
নালতো ৰিঙ্কিলে ঘূণে;
দিখৌ পাৰে কৰি দিলা বিয়া কৰি
সৰু মাছ মাৰিব কোনে।

(৪)

উজাই নাৱৰীয়াই ৱালিত ভাত খালে
গছকি পুতিলে টৌ;
আয় নেকান্দিবা ৰোপাই নেকান্দিবা
আমি জিৰণীয়া মৌ।

(৫)

আয়ে চাউল চালে চালনি নুঘূৰে
বোপাই তামোল কাটে সৰু ;
মৰমৰ জীয়েৰক দিলা ধৰম বিয়া
উছৰ্গত নিদিলা গৰু ।

(৬)

প্ৰথমে প্ৰণামো আই সৰস্বতী
দ্বিতীয়ত প্ৰণামো হৰি ;
কেনেই স্ৰজিলা পৰমে ঈশ্বৰে
এথানি-এৰানি কৰি ।

(৭)

মাৰো শদিয়া বাপেৰো শদিয়া
তোকো শদিয়ালৈ দিলে ;
আহিব যাবলৈ লগ নাইকিয়া
অকলশৰীয়ালৈ দিলে ।

(৮)

আই নাইকিয়া ভাই নাইকিয়া
আৰু নাইকিয়া পিতা ;
কপটীয়া বিধিয়ে দুখকে লিখিলে
মনৰ ঐ নুগুছে চিতা ।

(৯)

পৰ্ব্বতে পৰ্ব্বতে ৰগাব পাৰো মই
লতা ৰগাবলৈ টান ;



হলীয়া হাতীকো বলাব পাৰো মই
তোমাক বলাবলৈ টান ।

(১০)

নৰাই বেচিলে নৰা জাংফাই
মিৰিয়ে বেচিলে কি ;
মাতলৈ তুলিলে মাতৰে মইনা
ধনলৈ তুলিলে জী ।

(১১)

ধনলৈ কৰিলি মন ;
অকহি পুৰুষক নৰকত পেলালি
জীৱৰো মাৰিলি কণ ।

(১২)

নাও সাজিবলৈ লাগে কতবেলি
ৰ'ঠা সাজিবলৈ টান ;
বোৱাৰী হ'বলৈ লাগে কতবেলি
জীয়ৰী হ'বলৈ টান ।

(১৩)

সৰিয়হ ব'লো নানান দুখেৰে
দেশৰ গৰু-ম'হে খালে ;
জীয়ৰী তুলিলো নানান দুখেৰে
লোকে বনকৰা খালে ।

(১৪)
পাতো কলেবাৰী ল'ৰাই খাব বুলি
মেলিলে জাহাজী ঠোক ;
দেখি কলেবাৰী ধৰে খুন্দামাৰি
সন্তাপে দহিছে মোক।

(১৫)
চতাই পৰ্ব্বত ধুঁৱলি-কুঁৱলী
কোনে ভাতে বান্ধি থায় ;
মাক নাই মাউৰা তিৰী নাই বৰলা
হাতী ধৰিবলৈ যায়।

(১৬)
হাতী নো হেৰালে লিহিৰি বনত ঐ
ঘোবানো হেৰালে দোপত ;
পাই নো হেৰুৱালে জীয়ৰী ছোৱালী
চোঁতালৰ দুৱৰি বনত।

(১৭)
কেলেই ফুলিলি ৰূপহী মদাৰ ঐ
কেলেই পেলালি কলি ;
গুৰুতো নেলাগ ভকততো নেলাগ
থাক তলে ভৰি সৰি।

(১৮)
খাই পেলালো থিকিছি-মউৰ ৰাকলি
মধু বনত ধৰিলে পোকে।



দূৰণি বাটলৈ নিদিবা পিতাদেউ
বাটত ধৰি জোকাব লোকে।

(১৯)
ওলাই দেখিলো চিচি মুখৰ কলঘৰ
দুৱাৰ খন মুকলি হ'ল ;
মোৰ যে মইনা মাকৰ লাহৰি
নেদেখা ৰাজলৈ গ'ল।

(২০)
আগেয়ে খুজিলো গাঁৰি ফুলৰ হাঁচটি
এতিয়া কাটিছা পাঁজি ;
তোমাৰ ঐ হাঁচটি আমাকো নেলাগে
তোমাতকৈ আনিছো কাঁজী।

(২১)
কোৰাতকৈ বাতৰি দিলা ঐ আইটি
চিলাত কৈ বাতৰি দিলা ;
মাৰৰ ঘৰত কিনো দুখে পালা
গাৰঁৰ ডেক্কাক নমতা হ'লা।

(২২)
চৰায়ে তুলিলে ছ-বুৰি পোৱালি
গছৰ ডাল শুৱনি কৰি ;
মাৰে বাপেৰে তোমাক ঐ তুলিলে
লোকৰ ঘৰ শুৱনি কৰি।

(২৩)

গা ক'লা হলে    বদে বৰযুগে
কাপোৰ ক'লা হলে মলি ;
তোমাৰ সন্তাপত    শৰীৰ ক'লা হ'ল
যমেও নিনিয়ে মাৰি ।

(২৪)

দুখীয়া মানুহে    ভয়তে নধৰে
চহকীয়ে নধৰে ঘিণত ;
মোকে ঐ লাহৰি    নিন্দা নকৰিবা
বুঢ়ী হ'বা মাৰাৰ ঘৰত ।

(২৫)

কঠীয়া তলিতে    পানী চলু চলু
জকাইকে এখোৰা বাওঁ ;
উঠে কি নুঠে    মোৰা দৰিকণা
মনকে পতিয়াই যাওঁ ।

(২৬)

লুইতৰ গুৰনি    বৰৈকৈ চাপৰি
স্বৰগৰ গুৰনি তৰা ;
ভিতৰি ভিতৰি    লোকলৈ পিৰিতি
মুখেৰে চুপতি কৰা ।

(২৭)

ব'দৰে কাচলিত    বৌ-মাছ বাছিলো
বজাৰৰ আনিলো দা ;



মইনাৰ দেহাটি    চুৰলৈ নেপালো
কমোৰা তুলাৰে গা ।

(২৮)

মাৰো শতুৰু    বাপেৰো শতুৰু
ককায়েৰ শতুৰু তোৰ ;
এই তিনি শতুৰু    গোট খাই লাহৰী
কেচা মঙহ খালে তোৰ ।

(২৯)

স্বৰগত এক মন    পতালত এক মন
মৰ্ত্ত্যত এক মন কৰি ;
তিনিক তিনি কৰি    কি কৰ লাহৰি
আছো তোৰ সন্তাপত মৰি ।

(৩০)

জাঁজি কাষৰীয়া    মৰমৰ দুখীয়া
মনতো নেলাগে ৰং ;
কিনো দায় জগৰ    লগালো সাদৰী
মাতোতেই কৰিলা থং ।

(৩১)

হাফলু আঁৰতে    চৰে ক'লা গৰু
ঘাঁহ কুমলীয়া খাই ;
তোমালৈ যেতিয়া    মনত মোৰ পৰেহি
শৰীৰ ক'লা পৰি যায় ।

(৩২)

ব্ৰহ্মাই স্ৰজিলে বিষ্ণুয়ে পালিলে

বিধাতাই পাতিলে যোৰ ;

তোমাৰে আমাৰে কিনো দুখ লিখিলে

কৈ নো কৈ নপৰে ওৰ ।

(৩৩)

গুণৰ গুণে জৰী লগত সৰুভনী

বহি গাঁথিছিলো মণি ;

দুইৰো দুখৰ কথা হ'বলৈ নেপালো

পাছতে ওলালুহি শুনি ।

(৩৪)

আয়ে লাহৰি দুখেৰে বুলিলে

কৰি কাম খুৱাবি বুলি ;

আইক ভালে কৰি খুৱাম কেনে কৰি

ভিতৰত সোমাইছে কলি ।

(৩৫)

পানী আনি আনি ঘৰকে মছিলো

পথাৰৰ হাফলু মাটি ;

চেচা পাওঁ পতি টোপনি নধৰে

তিৰী নাইকিয়া পাটী ।

(৩৬)

তোমাৰ চকুযোৰ স্বৰগৰ তৰা যেন

কিনো খামুচীয়া ককাল ;



চকুত চকু আমাৰ পৰি নপৰিল

কিনো জুয়ে লগা কপাল ।

(৩৭)

মাৰো নাৰকী বাপেৰো নাৰকী

নৰকত মাৰিছে তোক ;

তাতোকৈ নাৰকী লগৰ সমনীয়া

যাবলৈ নিদিয়ে মোক ।

(৩৮)

কি মাছ মাৰিলি পুথি ;

মোৰে ঐ লাহৰীক বিচাৰি নেপালো

ঘৰলৈ যাওঁগৈ গুছি

(৩৯)

চিন্তা নকৰিবা মোৰ জান সোণাই ঐ

উজাই নেমাৰিবা বুৰ ;

গুণিলে কি হ'ব ভাবিলে কি হ'ব

ঈশ্বৰে পাতিব যোৰ ।

---

# সপ্তম অধ্যায়—ভেদ

(১)

থুৰিয়াই থুৰিয়াই তামোল কাটি দিলা
তাৰ মাজত দিছিলা লং ;
মোলৈ আহিম বুলি কাপোৰ ধুই দিছিলা
মনত লগাইছিলা ৰং ।

(২)

আপুনি নেথায়ে মোলৈ সাঁচিছিলা
ক'লা-জহা চাউলৰ ভাত ;
এতিয়া তোমাক কোনে কি খুৱালে
কেতেৰা-জেঙেৰ মাত ।

(৩)

শতুৰুৰ কথাকে নলওঁ নলওঁ বুলি
শতুৰুৰ কথাকে ল'লি ;
মোকে আগত থৈ শতুৰুক লগত লৈ
তামোল কাটি অকলৈ খালি ।

(৪)

বাৰীৰ পাছ কালে হাঁহ খেদিছিলো
চোঁতালত আঁৰৈ ধান খালে ;
চকুলৈ চালে তই মুখলৈ নেচাৱ
তোকে টুটকিয়াই পালে ।



(৫)

চকুলৈ চালে তই মুখলৈ নেচাৱ
ঈশ্বৰক কৰিছোঁ সাখী ;
মই যদি তোমালৈ অহিতে চিন্তিছো
ঈশ্বৰে নথ'ব ৰাখি ।

(৬)

উজাই চালো মই ভটিয়াই চালো মই
তোমাৰ মান শুৱনি নাই ;
দেৱে কি নিলে নে মনিষে নিলে নে
মাতি মাত পাবলৈ নাই ।

(৭)

বিলাতী সূতলৰ বাণি তই বান্ধ ঐ
বিলাতী সূতলৰ বাণি ;
সূতা পকোৱাদি মোৰো মন পকালি
চিতৰ কথা নকলি ভাঙি ।

(৮)

তলে গড়কা ওপৰে নাচনী
তাঁতৰ চাৰি-বাটি ব ;
আৰু কিনো কথা আছে মোৰ মইনা
পেটৰ কথা ভাঙি ক ।

(৯)

চৰাইলৈ বুলি ছিটিকা পাতিলো
দৰিকলৈ পাতিলো জাঙী ;

উঘা পকোৱাদি পকাই পকাই সুধিলো
পেটৰ কথা নক'লা ভাঙি।

(১০)

ধন হেন দেখিলি মোকে ঐ চেনাইটি
পৰম হেন দেখিলি মোক;
লুটিটোৰ বাগৰত হেৰাওঁ হেন দেখিলি
কাকে পাই এৰিলি মোক।

(১১)

ধন হেন দেখা নাই তোকে ঐ চেনাইটি
পৰম হেন দেখা নাই তোক;
লুটিটোৰ বাগৰত হেৰায় হেম দেখা নাই
কাকো পাই এৰা নাই তোক।

(১২)

লংগুটি এৰিলি ক'তে ঐ চেনাইটি
চাদৰ চেলেং এৰিলি ক'ত।
শতুৰুৰ লগ পাই ঢাপলি ধৰিলি
আমাক নো এৰিলি ক'ত।

(১৩)

বিধি হৈ প্ৰজোত্তা তেঁৱে পালোতা
তেওঁৰে ওপৰত ভৰ;
তোমাৰে মোৰে যদি যোৰা আছে
তেওঁ পাতি দিব ঘৰ।



(১৪)

ৰৰঘৰৰ মূধতে খৰি ফালিছিলো
উফৰি পৰিলে চলি;
কিনো কথাবাৰি ক'লো ঐ চেনাইটি
মুখেৰে নমতা হলি।

(১৫)

হাবি হেৰপতা দি যাওঁ ঝালি ভেটা
জোনাই শামুকৰ চুণ;
খুৱাই পাহৰিলা থুৰিয়া তামোল
কথাৰ পাহৰিলা গুণ।

(১৬)

বে'লৰ আলি বন্ধালে কোনে ঐ নগৰী
গড়-আলি বন্ধালে কোনে;
তুমিয়ে আমিয়ে আছিলো মিলেৰে
তোমাৰ মন ভঙালে কোনে।

(১৭)

কোনেও মন ভঙা নাই কোনেও মন ছিঙা নাই
আপুনি ৰিৰহিল মন;
মোৰ মূৰ ধুবলৈ খিলা খুজিছিলো
সি নো হল কিমানৰ ধন।

(১৮)

মাহৰ ৰান্ধি গ'লো টুপলি টুপলি
ঘিলাৰ ৰান্ধি গ'লো ফাক;

উজনি নামনি    তোমাৰ আমাৰ শতুক
ঘিলা দি পঠিয়াওঁ কাক।

(১৯)

কুকুৰাই কৰিবৰ কেওঁ ;
গছৰ ডাল ভগাদি    আমাৰ মন ভাগিলে
জোৰাওঁতা নহলে দেওঁ।

(২০)

কপৌ ফুলে নুশুৱাই    তোকে ঐ মইনা
টগৰ ফুলে নুশুৱায় তোক ;
কিনো দায়-জগৰ    লগালো মইনা
ভাল মুখে নেমাত মোক।

(২১)

বজাৰত কিনিলো    ৰেছমৰে ৰুমাল
ৰে'লগাড়ী ভটিয়াই গ'ল ;
বিয়া কৰিম বুলি    বৰ ঘৰ সাজিলো
গৰু বন্ধা গোহালি হ'ল।

(২২)

হাতৰ আঙুলি    চিৰলি চিৰলি
ভৰিৰ আঙুলি ঘন ;
ভৰিৰ আঙুলিৰে    মাটি খুচৰিছ
কালৈ কৰিছ মন।



(২৩)

এইনো বাৰে বছৰ    যায় নো বহে ৰতৰ
দেহাক নকৰিলো মিছা ;
তোমাক ভালে দেখি    যাওঁনো ওচৰ চাপি
তুমি কৰা পৰলৈ ইচ্ছা।

(২৪)

চতেকৈ মহীয়া    নাহৰ ফুল ফুলিলে
ৰহাগত পেলালে কলি ;
আমাৰ দুখৰ দিন    আহিলে লাহৰী
চকুৰে নোচোৰা হ'লি।

(২৫)

আবৈ ধান লেচিয়া    বাণিবি কেতিয়া
কুলাতকৈ চালনি ঘন ;
চকুৰে চাইছ    মুখেৰে নেমাত
কালৈ কৰিছ মন।

(২৬)

জৰিৰ তলতে    খৰি লুৰি আছিলো
আজুৰি ছিঙিলো লতা ;
চকুৰে দেখিও    মুখেৰে নেমাতা
ল'লা ভগুনীয়াৰ কথা।

(২৭)

চৰায়ে চৰায়ে    আলচখন পাতিছে
গছৰ গুটি খাৱৰ মন ;

আয়ে ৰোপায়ে আলচখন পাতিছে
আমাক বেচি খাবৰ মন।

(২৮)

পানী দেখি লাগিলে পানীৰে পিয়াহ
তোকে দেখি লাগিলে দয়া;
মুঠিৰ কটা তামোল মুঠিতে শুকালে
ন'হলি আপোনাৰ গঞা।

(২৯)

হাতে কিনো চাৰা হাতী শুৰে যেন
মুখে পূৰ্ণিমাৰ জোন;
সইতে সপতে মিছা নেমাতিবা
তোমাৰ মৰমীয়াল কোন।

---

# অষ্টম অধ্যায়—বিৰাগ

(১)

লংগুটি আনিবা খাম;
কাইলৈ আহিবা তামোল পান আনিবা
ভাঙি কথাষাৰি ক'ম।

(২)

কি পহু মাৰিবৰ শৰ;
আমাক নো পাবলৈ পূজানো কৰাগৈ
বিধাতাক মাগাগৈ বৰ।

(৩)

ৰামে লক্ষ্মণে যুদ্ধলৈ ওলালে
বিভীষণে ধৰিলে শৰ;
মোক নো পাবলৈ গঙ্গা স্নান কৰাগৈ
কাশীত লৈ আহাঁগৈ বৰ।

(৪)

বালিত বাবৰি চকা;
কেলেই মন বলিয়া কৰিলি কলিয়া
হাতত নাইকিয়া টকা।

(৫)

ওপৰত উৰিলে মলয়াত ঘূৰিলে
কাৰে যোৰ লগা পাৰ;

ধুনীয়া পিলিঙা মোকে নিব খোজ
কিমান ধন দিব পাব।

(৬)

হালৰে বেচিম মই ক'লা কমলা
গোহালিৰ বেচিম এ গাই ;
তেওঁ যদি ধনেৰে জোৰাব নোৱাৰো
বেচিম সমনীয়া ভাই।

(৭)

হালৰে বেচিবি ক'লা কমলা
গোহালিৰ বেচিবি গাই ;
চেনেহৰ সৰু ভাই নেবেচিবি পিলিঙা
পাবলৈ সাৱথি নাই।

(৮)

আহোঁ বৰৰ তলে যাওঁ বৰৰ তলে
বৰৰে ঢপলা পাত ;
বৰৰ তলতে মোকো নোজোকাৰি
ওলাব মইনা-মাত।

(৯)

কানীয়ালৈ নেযাবি কানি দিব লাগিব
ৰাতি দিব লাগিব মাজি ;
কানি-তিতা মাৰোতে পিঠা দিব লাগিব
তাকো দিব লাগিব ভাজি।



(১০)

গুচি যাওঁ গুচি যাওঁ পাঞ্চে নাৱত উঠি যাওঁ
কতক মাৰে কিলে খাওঁ ;
সতিনী লগালৈ যাবৰে সননি
কটনা কাটিয়ে খাওঁ।

(১১)

চোমৰে চিৰিলি পাত ;
অতি ধুনীয়ালৈ ছোৱালী নিদিবা
খাবলৈ নোজোৰে ভাত।

(১২)

বুঢ়াটো বুঢ়াটো ধেন্দেলা বুঢ়াটো
উধানত খুন্দা খাই মৰ ;
চকুৰে নেদেখ কাণেৰে নুশুন
ছোৱালী বিচাৰি ফুৰ।

(১৩)

অৰি কুমাৰৰ ঘড়ী ;
তোমাৰ পুখুৰীত পানীও নেখাওঁ মই
পাৰতো নিদিওঁ ঐ ভৰি।

(১৪)

শিঙৰা মাছৰ কণী ;
তইঁতৰ গাঁৱলৈ ছোৱালী নিদিওঁ ঐ
লোকৰ ধাৰে কৰা মণি।

(১৫)

পুখুৰি থাকোতে পুখুৰি খনালে
বাজহাঁহ চৰিবৰ মনে ;
এজনী থাকোতে এজনী আনিলে
খৰিয়াল শুনিবৰ মনে ।

(১৬)

কপৌ কুৰুলিয়ায় ৰাতি ঐ নুপুৰাই
ফেচাই কুৰুলিয়ায় ডালত ;
খেদি দে খেদি দে অজাতি কপৌক
সৰণ-খেৰ মাৰি দে গাত ।

(১৭)

কালিয়ে আছিলা কানি পাণ কৰিলা
ঘৰত বা হৈছে কি ;
বাবক লৈ গ'ল বণুৱা বঙালে
কাণত বন্দুকটো দি ।

(১৮)

বঙালী বঙালী লেতেৰা বঙালী
বঙালীক নিদিবি ঠাই ;
ৰাতিতে উঠি ঘৰত সিন্ধি দি
বঙালী পলায়ে যায় ।

(১৯)

পৰ্ব্বতৰ কানতে মুগা মেলিছিলো
ধেনুৰ জোৰ ৱাটোতা নাই ;



কত কৰি কৰি তোৰ ঘৰ পাতিলো
মোৰ ঘৰ পাতোতা নাই ।

(২০)

মৰিয়াই মাৰিবৰ এন্দুৰ ;
তোমাৰ নো বিয়ালৈ আমাকো মাতিবা
কপালত মাৰি যাম সেন্দুৰ ।

(২১)

চাহ পাত ছিঙি চতাইত মেলিছিলো
তেতেলি পতীয়া হ'ল ;
শহুৰৰ জীয়েকক আনিবৰে পৰা
খুঁটিৰ ম'হ বিকৰে গ'ল ।

(২২)

ৰিহাত পদুমৰ চকা ;
তোমাৰ ধনেৰে কিনো দ'ল বান্ধিবা
বচনে এহেজাৰ টকা ।

(২৩)

আইনো আইনো বুলি নাহৰে মাতিলে
মাকৰ মুখলৈ চাই ;
কেলেই মাতিলি দুখীয়া নাহৰ ঐ
চকুতো পঁইতা নাই ।

(২৪)

উৰাই মাৰিলো   ঘূৰাই মাৰিলো
মাৰিলো পমিলাৰ গুটি ;
থগুৰ বেগত   মাৰি পঠিয়ালো
খুবিৰা তামোলৰ মুঠি।

(২৫)

চুচৰি চৰিলে   ঠেং ভগা চৰাইটি
চুচৰি চৰিলে গুঁই ;
পিচলি পৰিলো   শহুৰৰ পদূলিত
কাপোৰ খনি নিদিলে ধুই।

(২৬)

লুইতৰ শুৱনি   মাজুলী চাপৰি
স্বৰগৰ শুৱনি তৰা ;
কোনটো চিতেৰে   আমাকে এৰি থৈ
থালি দোৰা-ভজা চিৰা।

(২৭)

চোতালৰ আগৰে   জুতুলা বগৰি
পচিমলৈ মেলিলে ডাল ;
দিয়ে কি নিদিয়ে   সোণৰে আঙঠি
ওফোন্দাই পেলালে গাল।



(২৮)

দিহিঙৰ ঘাটত   ধুবুনী নামিলে
নামে লুইতত মিৰি ;
নেখাওঁ ভাতে পানী   নলওঁ কাপোৰ কানি
ঘৰত ঐ ন'হলে তিৰী।

(২৯)

কাঁহৰে ৰাটিটি   ঘিটিঙাই বাজিলে
নেজানি বুলিলো কোন ;
আহিব দিছিলো   ফুতেকৈ গধূলি
ভটিয়াই গ'লেগৈ জোন।

(৩০)

যেতিয়াই মাতিলা   তেতিয়াই আহিলো
তুমি খাই আছিলা ভাত ;
ভমকা-ফুলীয়া   ৰৰযুণ দিছিলে
মূৰত বৰ কচুৰ পাত।

---

# নৱম অধ্যায়—প্ৰেম (১)

(১)

বিধিকৈ বিধাতাক মাতোঁ কৰে যোৰে
পাতক পুনৰপি যোৰ;
বিহু-বঁটা দিলা ৰঙাকৈ গামোছা
তাৰো নেভাগিলে থোৰ।

(২)

হাতৰে আঙুলি পবালি পবালি
ভৰিৰে আঙলি ঘন;
কোন জন ঈশ্বৰে তোমাক ঐ স্ৰজিলে
চাইনো চাই থাকিবৰ মন।

(৩)

আহোঁ এৰি এৰি যাওঁ এৰি এৰি
এৰা গছত মাত্তিলে জিলী;
নেদেখি থাকিলে থাকিব পাৰো মই
কেলেই গা-দেখা দিলি।

(৪)

দুপৰৰ ৰ'দ মই সহিব নোৱাৰো
থাকোঁ গছৰ তলত শুই;



কিনো মায়াজালত পৰিলো চেনাই
বুজিব নোৱাৰো মই।

(৫)

বৈ নো বৈ কান্দিলে চুঙাৰে বাহুলি
বৈ নো বৈ কান্দিলে জিলী;
এনেয়ে মৰিছোঁ মনৰ সন্তাপত
আকৌ গা-দেখা দিলি।

(৬)

ধনৰ ফুলৰ গামোছা আগত ফুল বছা
ভৰিতে ওলমি যায়;
ঘৰত শুনিছোঁ মূৰ কামোৰণি
বাটটো কেনেকৈ যায়।

(৭)

ধনে দি পঠিয়ায় ধনৰ ঐ টোপোলা
আমি দি পঠিয়াওঁ কি;
চেনেহৰ ধনক বুজাই ক'বি গৈ
আমি নো দুখীয়াৰ জী।

(৮)

পেঁপাটি বজাবৰ তিনিটি আঙুলি
মাজৰটি আঙুলি লবে;
ৰহো তাঁত-পাত্তত চকু আলি বাটত
মাকো সবি সবি পৰে।

(৯)

পৰ্ব্বতত মাৰি যাওঁ ৰাঙলী হৰিণা
পেলাও ভৈয়ামলৈ টানি ;
হাঁহিৰৰ চলেৰে কান্দি পঠিয়ালো
চেনাইক পানী ঘাটত দেখি।

(১০)

চাউল চালিবৰে ৰূপহী চালনি
বহি জাবি যাওঁ কুলা ;
তোমাৰটি দেহলৈ আশা কৰি আহিছোঁ
নহবা শিমলুৰ তুলা।

(১১)

লগৰীয়ে বগৰি খায় ;
কিয় লগৰীয়া শতুৰু শালিলা
জাপি কাতি কৰি চায়।

(১২)

পৰ্ব্বতে পৰ্ব্বতে খালো নগা টেঙা
খোপাত গুজি গ'লো লোণ।
হাৰৰ মাজে মাজে সুমুৰাই আনিছো
জানো মোৰ ধনৰে গুণ।

(১৩)

চকলা, জেনেক, নগা সুমথিৰা
তিনিবো একেটি বৰণ ;



নেদেখি থাকিলে থাকিব পাৰো মই
দেখিলে বলিয়া মন।

(১৪)

দূৰৈত ঐ নুকৰা ভূঁই ঐ মইনা
দূৰৈত ঐ নুকৰা ভূঁই ;
যাওঁতে বিষাব লাহৰি ককাল ঐ
আহোতে বিষাব ভৰি।

(১৫)

পদূলি ৰাটতে ভৰণ কল এজুপি
বাতুলি পৰিলে ভাগে ;
সকৰে পৰা তোমাৰে লগতে
এৰিলে তিৰী বধ লাগে।

(১৬)

বেৰেদি সৰকাই গোবৰ ঐ পেলালো
তাতে বহি খালো লাই ;
তোমাৰে নিচিনা মানুহটি দেখিলো
এবেলা আছিলো চাই।

(১৭)

নৰীয়া পৰিলে ভাদত ;
মূৰৰ চুলিৰ সমান কুশলে থাকিবা
দেখিম পানী অনা ঘাটত।

(১৮)

ভোকৰ তিনি মুঠি শুকান পিঠা গুৰি
কিনো গুৰালৰ দৈ ;
যেয়ে কৰি দিব কালিন্দ্ৰী ভোমোৰা
থাকিম তাৰ পদূলিত বৈ ।

(১৯)

উজনি উজনি ভটিয়াই নামনি
সদিয়া কেই দিনৰ বাট ;
কিনো কথাবাৰি কলি ঐ লগৰী
অগনি জ্বলিছে গাত ।

(২০)

তোমালৈ চাওঁতে জপনা দেওতে
ফুটিলে অথয়া ফুল ;
তোমাৰ মন হ'লে আমাৰ মন হ'লে
কি কৰিব কলিতাৰ কুল ।

(২১)

কেলেই আহিলা এনুৱা সময়ত
লগাৰ নোৱাৰো মাত ;
তোমাৰ খটি হ'ল হাতৰ কাঠি-কামি
আমাৰ খটি হ'ল তাঁত ।



(২২)

ভিৰত ভিৰ খালে কোৰত ঐ ছিগিলে
কাৰফাই ধেনুৰে জোৰ ;
এনে সময়ত কিয় দেখা দিলা
শৰীৰ ফাটি আছে মোৰ ।

(২৩)

ঘৰৰ উপৰি ঘৰ ;
ঘৰৰ ওপৰে দি যাওঁ দলি মাৰি
চেনাই হাতে পাতি ধৰ ।

(২৪)

শালে ভুমুকিয়ায় শ'লে ভুমুকিয়ায়
চেঙাই ভুমুকিয়ায় গাতত ;
দেহৰ ভিতৰত তুমি ভুমুকিৱা
সদায় পৰি থাকে মনত ।



# দশম অধ্যায়—প্ৰেম (২)

(১)

চাই নো চাই বুলিবি বাট ঐ চেনাইটি
চাই নো চাই বুলিবি বাট ;
দেহৰে ভিতৰত আছে থালে বামে
পিচলি পৰিবি তাত।

(২)

জপা গৰকিলে জপাৰ ৰৰ কাপোৰে
দেহা গৰকিলে প্ৰেমে ;
সেই প্ৰেমৰ জালে দেহা লালে কালে
মাৰিও নিনিয়ে যমে।

(৩)

দিখৌ নৈ এৰিব পাৰো মই লগৰী
জাঁজী নৈ এৰিব পাৰো ;
তোমাৰ ঐ ভাবনা এৰিব নোৱাৰো
নেথায়ে থাকিব পাৰো।

(৪)

চাপৰি চাপৰি তুলি যাওঁ ৰাবৰি
পুৰণি কলীয়া কচু ;
যাকে চাওঁ বোলো তাকে ঐ নেদেখোঁ
কি নো জুই লগা চকু।



(৫)

হায় ঐ বিধাতা ভাগ্যত লিখোতা
কপালত লিখিলা ভাল ;
অবুজ মনক বুজাব নোৱাৰো
হ'লো নিজে নিজে কাল।

(৬)

ককিলামুখৰে চক ;
চেঙেলীয়া মনক বুজাব নোৱাৰো
যেনে নৰন্ধোৱা গৰু।

(৭)

মিকিৰ বৰ চাঙত ৰজায় ৰৰকাঁহী
ভৈয়ামত ৰজালে ঢোল ;
চেঙেলীয়া মনক বান্ধিব নোৱাৰো
ছিঙে মৰাপাতৰ ডোল।

(৮)

মৰো মৰমত তোমাৰ কাৰণত
নেচাওঁ আৰু জনৰ মুখ ;
কি কৰে ঈশ্বৰে কি কৰে বিধিয়ে
নিজ কপালতে দুখ।

(৯)

গধূলি গধূলি মই ফুৰো পদূলি
ৰাঘে খায় ঘোঙে খায় থক ;

মাটি মাহৰ গছত উঠোঁ লৰ মাৰি
জীৱ যায় যদি যক।

(১০)

মোৱা মাছ মাৰোতে পিঠিৰ ছাল ছিগিলে
বিচাৰি নেপালো ৰেজ;
হাতৰে আঙ্গুলিত কামুৰি গলি ঐ
ৰখাব নোৱাৰো তেজ।

(১১)

জাপি সঙ্কদৈয়া লিহিৰি পতীয়া
কত মণিজৰি বাট;
ৰেলি পাওঁ যদি পঠিয়াই দিওঁগৈ
কত ডিঙিত ধৰি কান্দ।

(১২)

ওপৰে উৰিলে কালিন্দ্ৰী ভোমোৰা
ভৈয়ামত পৰিলে ছয়া;
সপোন সমাজিকত ফুৰো একেলগে
কোনজনে কৰিছে দয়া।

(১৩)

চৰাই হৈ পৰিম গৈ ছৰৱা বিলত ঐ
মাছ হৈ পৰিম গৈ জালত;
ঘাম হৈ পৰিম গৈ তোমাৰে শৰীৰত
মাখি হৈ পৰিম গৈ গালত।



(১৪)

আইকো তেজিলো ৰোপাইকো তেজিলো
তেজিম সমনীয়া ভাই;
তোমাকে ঐ লাহৰী তেজিব নোৱাৰো
মৰিম ৰবেৱিহ খাই।

(১৫)

তুমি ঐ লাহৰী সবাতকৈ সুন্দৰী
ল'লা কামেশ্বৰী নাম;
যদি কেনেৱাকৈ হেৰাব লাগিলে
কেনেকৈ বিচাৰি পাম।

(১৬)

তুমি ঐ লাহৰী প্ৰাণৰ পুতলী
তুমি মোৰ এন্ধাৰৰ চাকি;
তুমি যে নহ'লে দিওঁতা নহ'ব
ভোকত ভাত পিয়াহত পানী।

(১৭)

তুমি ঐ লাহৰী প্ৰাণৰ পুতলী
থাকি দুৱাৰ মুখত বৈ;
কিনো মোহনীৰে মুহিলা মইনা
কালিন্দ্ৰী ভোমোৰা হৈ।

(১৮)

তুমিও আমাৰে আমিও তোমাৰে
একেটি শৰীৰৰ কায়;
কিনো ঐ বিধাতাই তোমাক মোক স্ৰজিলে
তোমাৰ মোৰ ভিন-পৰ নাই।

(১৯)

গঙ্গাত বুৰে দি ঘৰত ঐ ওলালে
আয়ে নিদিলে মাত;
মোৰ ঐ লাহৰী সহিব নোৱাৰি
খুৱাই পঠিয়ালে ভাত।

(২০)

চালিয়ে এখনি কাটিছে দুখনি
ভলুকা বাঁহৰে গুৰি;
কোনজন বিধাতাই দিব পাখি লগাই
দেখাদি আহিম গৈ ঘূৰি।

(২১)

এঙনি জেঙনি দেখিবলৈ শুৱনি
কাকিনী তামোলৰ থোক;
মুখৰ জিলিকনি দাঁতৰ জিলিকনি
কেনেকৈ পাহৰো তোক।

(২২)

চৰাই কুমলীয়া উৰিব নোৱাৰে
ঘূৰি ঘূৰি ডালতে পৰে;



মইনা কুমলীয়া এৰিব নোৱাৰে
ঘূৰি ঘূৰি মনতে পৰে।

(২৩)

আগলৈ এখুজি কৰো ঐ মইনা
পাছলৈ এখুজি কৰো;
যেতিয়া মনত ঐ পৰে ঐ লগৰী
খোজেপতি হুমুনীয়া কাঢ়ো।

(২৪)

কিনো অমাতৰ মাত ঐ মইনা
কিনো অমাতৰ মাত;
তোৰে মাত শুনি ৰ'ৱকৈ নোৱাৰো
এৰি যাওঁ পেতৰে ভাত।

(২৫)

আহোঁ কেঞাবনে যাওঁ কেঞাবনে
কেঞাবনে কাটিলে গা;
খুৰিয়া তামোলত আহুদি কৰিলা
পানীত পৰি নুজুৰায় গা।

(২৬)

পীৰিতি নেভাগে পীৰিতি নিছিগে
পীৰিতি নপৰে সৰি;
যত মেৰিয়াবি তত মেৰে খাব
পীৰিতি মৰমৰ জৰি।

(২৭)

আইনো মাতে মাতৰ বোপাই মাতে মাতৰ
মাততে জুৰুলা হ'লো ;
ঘৰৰ কামে কাজ ঘৰতে এৰিলো
তোমাৰ লগত বলিয়া হ'লো ।

(২৮)

কি কথা কৰিলা কি বুদ্ধি কৰিলা
থুৰিয়া তামোলৰ লগত ;
খাওঁতে শোওঁতে উঠোঁতে বহোতে
সদায় পৰি থাকে মনত ।

(২৯)

কালি তুমি মইনা গা ধুই আছিলা
আগৰ পৰা গুৰিলৈ চালো ;
কি জানি কি কথা বিধিয়ে বুলিলে
আজি তোমাক সপোনত পালো ।

(৩০)

কোনে মাৰিলে হাবোৰা কপৌটি
কোনে উঘালিলে নেজ ;
মইনাৰ গালত কোনে আছুৰিলে
ডুগালে ডুখাৰি তেজ ।



(৩১)

তোমাৰ মৰমত মৰো মই লাহৰী
তোমাৰ মৰমত মৰো ;
লোটাৰ পানীটুপি মূৰত ঢালি মই
দেহাটি জুৰণি কৰো ।

(৩২)

অলিয়া হলো মই বলিয়া হলো মই
কবাকে ঘূৰাই ঘূৰাই কৰো ;
ওৰেও ৰাতিটো টোপনি নধৰে
ঢাৰি পাটিত বাগৰি ফুৰো ।

(৩৩)

চৰাই হালধীয়া পাখি বিনন্দীয়া
অৰণ্যৰ ভিতৰৰ টোপ ;
দিনটোৰ ভিতৰত এবাৰ নেদেখিলে
পেটতো নেলাগে ভোক ।

(৩৪)

দেহৰে তৰণি নাই অ' মইনা
দেহৰে তৰণি নাই ;
ক'ৰাগৈ ক'ৰাগৈ মইনাৰ আগতে
এদিনে এবছৰ যায় ।

(৩৫)

ছাগে বেলবেলাই কোৰাই কেলকেলাই
কাক পেটৰ কথা কম ;

এনে মনে লাগে তোমাক ঐ মইনা
শৰীৰত সুমুৱাই ল'ম।

(৩৬)

বৰ আলিৰ ওপৰে বেলি মাৰ গ'ল
ঘিলা মাৰে গ'ল ফাকত ;
তোমাৰে আমাৰে কথা মাৰে গ'ল
প্ৰথম কুকুৰাৰ ডাকত।

(৩৭)

কিনো মনমোহা ডবহা-ডবহি
লহঙা লহঙি হাত ;
কোনটো সতেৰে পাহৰি থাকিম মই
চনাইৰ ঐ থানুৱা মাত।

(৩৮)

তুমি চোৱা আমালই আমি চাওঁ তোমালই
চাইনো চাই কৰিবা কি ;
তোমাকে আমাকে আঁতৰাই ফুৰিছে
কিনো কপটীয়া বিধি।

(৩৯)

যায় মইনা পৰলৈ আহে মইনা ঘৰলৈ
থাকে মইনা অকলৈ শুই ;



আগেয়ে নেজানো এতিয়া জানিলো
শৰীৰত একুৰা জুই।

(৪০)

মেঘতে জিলিকে বিজুলী চটকে
শূইনত জিলিকে তৰা ;
পৃথিবীত জিলিকে আমাৰে মইনা
ভাতোকৈ এফেৰি চৰা।

(৪১)

বাইৰে নিচিনা মেখেলা পিন্ধিলো
আইৰে নিচিনা খোপা ;
একেটা বঁটাতে তামোল খাই আহিছো
ভিনিহিৰ নিচিনা ডেকা।

(৪২)

চাপৰ জলকীয়া চাপৰ সমনীয়া
চাপৰ জলকীয়া চাপৰ ;
লোকৰ সমনীয়া দীঘলে ডাঙৰে
আমাৰ সমনীয়া চাপৰ।

---

# একাদশ অধ্যায়—প্ৰেম-বৈচিত্ৰ

(১)

হাতো পত্নমী ভৰিও পত্নমী
ছোৱালীৰ পত্নমী নাও ;
ওলাই পত্নমী দিয়া সমিধান
আমি ৰজাঘৰে যাওঁ।

(২)

তুমি ৰজাৰ ঘৰে যোৱা মোৰ ধন ঐ
আমালৈ আনিবা কি ;
তোমালৈ আনিম সৰুদৈয়া জাপিটি
টুপত বালিচন্দা দি।

(৩)

উজাই গৈ আছিলো নগাৰ মাত শুনিলো
কাবলৈ চপালো নাও ;
ধনবে বাতৰি নেপাওঁ ভালে কৰি
ভাটীলৈ ভটিয়াই চাওঁ।

(৪)

ভাটীলৈ ভটিয়াই যাবগৈ নেলাগে
শুকান পিঠাগুৰি খাই ;
কোনোৱা বাজত হুলে ফুটি মাৰিব
তোমাৰ লগত কান্দোতা নাই।



(৫)

মোৰ লগত কান্দিব আই কৈ বোপায়ে
কান্দিব ডালৰে মিৰি ;
পাটিৰ তিৰোতাই ছমাহলৈ কান্দিব
কলৈ গৈ আছিলা বুলি।

(৬)

জকাইলৈ যাওঁগৈ আহা লগৰীয়া
কঁকালত খালৈটি বান্ধি ;
ঘৰলৈ যাওঁগৈ আহা লগৰীয়া
লৰাটি মৰিছে কান্দি।

(৭)

বালিয়ে বালিয়ে উজাই গৈ আছিলো
বালিৰে লুহীয়া খাই ;
বালিৰ মাজৰপৰা উলটি আহিলো
ধনৰে বাতৰি পাই।

(৮)

উজাই যোৱা গৈ মোৰ ধন লাহৰী
কেই দিনত আহিবা ঘূৰি ;
যদি ভালে ৰাখে পৰম ঈশ্বৰে
আহিম চাৰি দিনত ঘূৰি।

(৯)

মই নো যাওঁগৈ উজনি ৰাজলৈ
তোমালৈ আনিম নো কি ;

তোমালৈ আনিম এ সৰুদৈয়া জাপিটি
টুপত ৰূপৰ চুলা দি।
(১০)
ধনেগৈ আছে গৈ মিছিমিৰে দেশত
আনিব কপাহৰ জোলা;
তুমি বৈ ল'বা ৰিহা কৈ মেখেলা
আমাক বৈ দিবা চোলা।
(১১)
ধনে গৈছিলে মোকে কৈ গ'লে
তুখনি হাততে ধৰি;
ঘৰতে থাকিবা কলৈকো নেযাবা
বাৰীত লুৰি খাবা খৰি।
(১২)
বহলকৈ পথাৰত ধান দাই আছিলা
হাতত সোণোৱালী কাছি;
মাকে জীয়েকে দুয়ো জনী একে
আনো কোনজনী বাছি।
(১৩)
কাহানিকে পামেগৈ কাশী বৃন্দাবন
কাহানিকে পামেগৈ গয়া;
জগৰ সমনীয়াই পালে মটা ল'ৰা
তোমাৰ জানো লগা নাই বেয়া।



(১৪)
থেকেৰা লাগিলে ওলমি পৰিলে
ভিৰ খুৱাই আনিলে ডাল;
মাৰৰ ঘৰতে থাকোতে লাহৰী
সোতোৰা পৰিলে গাল।
(১৫)
যদি প্ৰাণেশ্বৰী পীৰিতি নকৰা
স্বৰ্গবাসী নহ'লা কিয়;
তুমি তিৰি জাতি মই পুৰুষ জাতি
চকুৰ আগত নহ'বা থিয়।
(১৬)
দেহ হ'ল অলিয়া দেহ হ'ল বলিয়া
দেহ হ'ল দিহিঙৰ গড়া;
তোমাৰ লগত লাহৰী মই হ'লো বলিয়া
চিনা-চিনি হ'বৰে পৰা।
(১৭)
ভলুকা বাঁহৰে গাজে প্ৰাণেশ্বৰী
ভলুকা বাঁহৰে গাজ;
কত কথা কলি ৰিহা পাৰি পাৰি
কিহৰ নো এতিয়া লাজ।
(১৮)
চৰাইৰ কুমলীয়া ঠেং ঐ ৰঙিলী
সাপৰ কুমলীয়া জীবা;

ঘৰত বনে কৰি থাকিব নোৱাৰোঁ
কোনোবাই খুৱালে কিবা।

(১৯)

পৰ্ব্বতত মাৰিলো নোদোকা গাহৰি
ভৈয়ামত মাৰিলো গড়;
এই বাৰ লাহৰী, মোলৈ আহিম বুলি
গালৈ চাই শপথ কৰ।

(২০)

মাছে কেনে কৰি মাৰিম কেনে কৰি
লুৰিম কেনে কৰি থৰি;
ক'ৰবাত সোণাই ছুলে-জোঙে ফুটিব
মোৰ নো কুমলীয়া ভৰি।

(২১)

আহু ধানৰ মৰণা পেলায় দে বহনা
জোকাৰি পেলাই দে খেৰ;
মাৰে জানিব বাপেৰে জানিব
মোলৈ চেনেহ বেথা এৰ।

(২২)

আয়ে জানক বোপায়ে জানক
জানক সমনীয়া ভাই;
তোলৈ চেনেহ বেথা এৰিব লাগিলে
ক'তে মৰো বৰবিহ খাই।



(২৩)

লুইতৰ এস্হুঁতি দিচৈৰ এস্হুতি
মোৰ ধন এস্হুতিয়ে যায়;
চকু তিৰবিৰ্ হৃদয়ে নসহে
চৰি ভাঙি ভাঙি চায়।

(২৪)

নাও নাইকিয়া ব'ঠাও নাইকিয়া
কেনেকৈ পাৰহৈ যাওঁ;
নাও লওঁ বিচাৰি ব'ঠা লওঁ বিচাৰি
পাৰি দি সিপাৰ হওঁ।

(২৫)

নৈৰ ৰঙা গড়া দলনি-দোপনি
হৰিণা চিএওৰে বনত;
তোমাৰ সন্তাপত থাকিব নোৱাৰো
মৰোগৈ শদিয়া ৰণত।

(২৬)

আই মাতে মাতৰ বোপাই মাতে মাতৰ
মাততে জুকলা হ'লো;
ৰব ককাইৰ মাত পাই ৰবকৈ নোৱাৰো
আপোন গলে কাটি মৰো।

(২৭)

ধনে ভাত খোৱা কাঁহী পানখোৱা
চাপৰি বোটলো ছুৱা ;
বিদায় লৈ আহোতে কৈ থৈ আহিছো
পৰৰে নেখাবি গুৱা।

(২৮)

কাঁহীত মলঙিলে কাঁহীৰ বঢ়া ভাত
বাটিত মলঙিলে শাক ;
গুণি নেথাকিবা ভাবি নেথাকিবা
আৰু তিনি বছৰ থাক।

(২৯)

ফুলনিবাৰীলৈ চাইনো পঠিয়াওঁ
কোন পাহি ধুনীয়া ফুল ;
তোমাৰ লগতে দেহা দিলো হেতেন
তুমি হ'লা অজাতি কুল।

(৩০)

লোৰত ধৰিলে লোৰৰ মামৰে
কেচা-কাঠত ৰিন্ধিলে ঘুণে ;
চাৰি আঙ্গুল কপালত বিধাতাই লিখিলে
চাঁচিনো গুচাব কোনে ?

(৩১)

হাবিত জুই লাগিলে কুকুহা উৰিলে
দৰিকে আছিলে চাই ;



ভদৰকলি চৰায়ে পৰাচিত কৰিলে
বৌদেওক আনিব পায়। *

(৩২)

নগাঁৱৰ নন্দনি বছাগাঁৱৰ দলনি
কুঁহিয়া চাপৰিৰ মাটি ;
আমাক যে দেখিছা লৰা মতিয়া
খপিব পাৰো যে ৰাতি।

(৩৩)

ধপাত ঐ খাবলৈ জুই নাইকিয়া
নাইকিয়া কাগজৰ পাত ;
আন্ধাৰে মুধাৰে জোকাই ঐ নলৰি
গুলাব মইনা-মাত।

(৩৪)

বিচাৰি ফুৰিব কাকুতি কৰিব
সমন্ধত বুলিব দেও ;
মোৰা মাছৰ দৰে কমাৰলৈ ধৰিব
ৰাখোতা নহব কেওঁ।

---

* অসমৰ কিছুমান জাতিৰ ভিতৰত দেওৰেকে বৌএকক বিধবা হলে বিয়া কৰি ৰাখে।

(৩৫)
আছু হ'লে আহুকাল তিৰি হ'লে জঞ্জাল
ভাৰ্য্যা হ'লে ভষমৰ জৰি ;
ফুৰিৰি ফুৰিৰি যৌৱন কালতে
মায়াডোলত নিদিবি ভৰি।

(৩৬)
ধোবাই ধোৱা কাপোৰখন বগলিৰ পাখি যেন
তিতা ধান-খেৰৰ ছাই ;
দেখিলো এ বুলি পামে কেনে কৰি
মোৰ জানো কপালত নাই।

(৩৭)
নতুন হেদামৰ এদা, আলু, কচু
চেনাইলৈ টোপোলা বান্ধো ;
পিয়নে কলেহি চেনাইৰে বাতৰি
নেখাই ভাতে পানী থাকো।

(৩৮)
হাটতে কিনি মই বাটতে ভাঙিলো
শালমৰা কুমাৰৰ চৰু ;
নতুন তাতি ভাঙি থালে পকা ধান
সৰুটি চেনাইৰে গৰু।

(৩৯)
ভৰালৰ টুপতে কেৰেলা বগাৰ
কেৰেলা বগাৰ চালত ;



মৰণে জীৱনে নেৰিবা চেনাইটি
নেৰিবা বিপদৰ কালত।

(৪০)
নৈ ঘুৰণীয়া মৰে ফুৰণীয়া
আনি দে জুৰণি খাওঁ ;
দুৱাৰ মেলি দিয়ক কোৱাগৈ মাকক
মইনো ভিতৰলৈ যাওঁ।

(৪১)
তামোলত খাবৰে লং ঐ লাহৰী
তামোলত খাবৰে লং ;
তোমাৰ নো বাপেৰে ল'ব কেই কুৰি
ছাগলি বেচাৰে ধন।

(৪২)
প্ৰথমে ঈশ্বৰে পৃথিবী স্ৰজিলে
লগতে স্ৰজিলে জীৱ ;
সেই জন ঈশ্বৰে পীৰিতি কৰিলে
আমি বা নকৰিম কিয় ?

(৪৩)
ক'তে গৈ আছিলা কাহঁৰ বাটিমুৱা
কোনে থৈছিলে ৰাখি ;
যোৰ-ফোঁট মাৰতী খোপা জোকাৰতী
তায়ে থৈছিলে ৰাখি।

(৪৪)

পানী নো খাবলৈ বাটি নাইকিয়া
আৰু নাইকিয়া পাত ;
তোমাক আনিবলৈ ধনে নাইকিয়া
আৰু দিনচেৰেক থাক।

(৪৫)

মট্ মট্ কৰি মটৰ গাড়ী চলিলে
যোৰহাটত চলিলে চিঠি ;
ওপজা ভেটিতে কি কৰ নাচনী
ৰ'দে বৰষুণত তিতি।

(৪৬)

মুঠি মুঠি কৰি টোলোঠা ঘুৰালো
তাঁতত ইঁাচটি বওঁ ;
চকুলৈ নেচাবি হে'ৰ ডেকালৰা
সম্বন্ধত বৌৱেৰ হে হওঁ।

(৪৭)

শ্ৰী দি লিখিবৰ চিলট ;
আমাৰে মইনা ভকাইলৈ গৈছিল
জিলিকি আছিলে বিলত।

(৪৮)

কিয় মোৰ মইনা আহিলা বাৰিষা
গ'ল চ'তৰ বিহু আজি ;
তোমাৰ মোৰ যোৰা বিধাতাই মিলালে
পণ্ডিতে মেলিছে পাঁজি।



(৪৯)

আইৰে সপনি ভাতৰে পোতনি
ৰোপাইৰ সপনি টান ;
বৰ ককাইৰ সপনি জ্বলা জুই অগনি
হিয়াত ঐ বানি যায় ধান।

(৫০)

হাবিত জুই লাগিলে কুকুহা উৰিলে
মেগেলাই মেলিলে থোৰ ;
ক'তে আই বোপাই ছোৱালী খুজিলি
বাটৰো নপৰে ওৰ।

(৫১)

তোমাক চাই আমনি নেলাগে মইনী
পেটতো নেলাগে ভোক ;
তোমাৰ গঢ়ে পিতে কোনে গঢ়াই দিব
তোমাৰে নিচিনা মোক।

(৫২)

পানীয়ে পানীয়ে ধনে নাও মেলে
আমি লৰ মাৰো বামে ;
মুঠিৰ কটা তামোল মুঠিতে শুকালে
গা-নো তিতিলে ঘামে।

(৫৩)

টেমিটি পৰিলে ঘিটিঙাই কৰিলে
কটাৰি পৰিলে ধাৰে ;
চিয়াঁৰৰ কথাকে বুজিব নোৱাৰা
কেলেই তুলিলে মাৰে।

(৫৪)

তোকে ঐ নাচনী তেতিয়াই ক'লো মই
কপাহৰ বাছি ল'বি জোলা ;
ল'বলৈ লাগিব জপাৰ ৰৰ কাপোৰ
যাবলৈ লাগিব দোলা।

(৫৫)

বিব বিব কৰি বতাহ জাকি মাৰিলে
শালি ধানে মেলিলে থোৰ ;
আয়ে খোজা নাই বোপায়ে খোজা নাই
ঈশ্বৰে পাতিলে জোৰ।

(৫৬)

এডালি কাটিলে আহে চাৰি ডালি
লুইতৰ থাগৰি থৰি ;
ধনক মাতিলে আহে চাৰি জনী
ডিঙিত ধৰা ধৰি কৰি।

(৫৭)

আয়ে মাতিলে গজৰে গথৰে
মাহী আয়ে কলিজা খায় ;



তাৰ পাচত দেহি চেনায়ে মাতিলে
শৰীৰ চেচা পৰি যায়।

(৫৮)

ভাতো নেখাওঁ মই পানীও নেখাওঁ মই
থাকো ঢাৰি পাটীত শুই ;
চকুৰে চকুৰে চাৰকে নেলাগে
শৰীৰত লাগিছে জুই।

(৫৯)

তুমি নাম গালা উৰাই ঘূৰাই
লৈ গল বতাহে পাই ;
মই নাম গালো উৰাই-ঘূৰাই
তোমাকো আনিলে ভুলাই।

(৬০)

লুইতৰ মাজৰে জোপোহা শিমলু
তাতে ল'লে কুকুহাই বাঁহ ;
মিৰি মিছিমিৰ দোৱানো বুজো মই
নেপাওঁ তিৰি জাতিৰ আশ।

(৬১)

ৰংপুৰলৈ যোৱাগৈ লংগুটি আনাগৈ
দুয়ো একে লগে থাম ;
মহৰ শিঙৰ পেপাটি থৰকৈ আনাগৈ
দুয়ো একেলগে বাম।

(৬২)

আৰ্চিৰ মুখৰে গণ অ' মইনা
আৰ্চিৰ মুখৰে গণ ;
পদূলিৰ আগে দি কৰে অহা যোৱা
ৰখাৰ পৰা নাই মন।

(৬৩)

কাউৰিয়ে কৰিবৰ কোৱা ;
যেতিয়া আছিলা আমাৰে নিচিনা
তালৈ মনত কৰি চোৱা।

(৬৪)

চামৰ চৰিয়া দি যাওঁ মইনা
শিমলুৰ চেলেঙি নাও ;
জীয়াই থাকোঁ মানে নেৰিবা মইনা
দিয়া তামোল কাটি থাওঁ।

(৬৫)

ওপৰে উৰিলে কি অ' মইনা
ওপৰে উৰিলে কি ;
কোৱা মোৰ মইনা মোকে নেভাবিবা
তুমি কাৰ ঘৰৰ জী।

(৬৬)

তুমিয়ে আমিয়ে উমলি আছিলো
হাতত কাৰফাঁই ধেনু ;



তোমাৰ মোৰে চোৱায় ৰাহ-যোৰা
মাৰে ৰাপেৰে হেনো।

(৬৭)

কাহানি ছিগিলে ৰতাহত উৰিলে
এই ডালি মইনাৰ চুলি ;
ইফালে সিফালে চেগে চাই ফুৰো
তোমাক চাই আহোগৈ বুলি।

(৬৮)

তেল পৰি পিচলে তোমাৰ ৰৰণটি
আছে তিৰে-ৰিৰে কৰি ;
তোমাৰে নিচিনা ক'তো নেদেখিলো
উজনি-নামনি ফুৰি।

(৬৯)

জাকৈ খালে খালে বাৰি ঐ লাহৰী
জাকৈ খালে খালে বাৰি ;
বিৰিঙাৰ আগত তামোল থৈ আহিছোঁ
হেৰা পালো বুলি খাবি।

(৭০)

নৈ কাষৰীয়া পকা জলকীয়া
তললৈ মেলিলে শিয়া ;
বামুণক চোৱালো গণকক চোৱালো
হ'ব মোৰ বহাগত বিয়া।

(৭১)

চৰায়ে খাই গ'ল ধান ঐ মইনা
উফৰি পৰিলে কণ ;

কল ঠকুৰাৰে ফুল গুথিছিলো
মইনাৰ নেথাকে মন।

(৭২)

দকৈ পথাৰত হাতী পানী খালে
নেগুৰে মাৰিলে ছাতি;
মোৰ মইনাক ফুল যোগাবলৈ
দিয়া চাৰি মলা গাঁথি।

(৭৩)

বাৰীত জিলিকে সোণে কৈ মুকুতা
কাপোৰ জিলিকে গাত;
ওলাই আহোতে মোৰ শাহু আয়ে
আকাশত শুনিলে মাত।

(৭৪)

এনা ৰতাহত লৰে থুৰিপাত
মাটি সবলৰ লাই;
ৰায়ু-বতাহ বুলি মোৰ শাহু আয়ে
থিয় হৈ আছিলে চাই।

(৭৫)

গাতে লাগিলে বায়ুকৈ ৰতাহ
পদুলিত আছিলো বৈ;
বাটেদি মইনা সৰকি আহিলো
কালিন্দ্ৰী ভোমোৰা হৈ।

(৭৬)

চৰাইৰ কপটীয়া শেন ঐ মইনা
চৰাইৰ কপটীয়া শেন;



আগতকৈ দুগুণ জেউতি চৰিলে
দেখো চন্দ্ৰ সূৰ্য্য যেন।

(৭৭)

নঙলা নঙলা পদুলিৰ নঙলা
দিয়া বাট লাহৰী যাওঁ;
অতি চেনেহৰে লাহৰী হাতেৰে
দিয়া তামোল কাটি খাওঁ।

(৭৮)

তৰাণি হাবিলৈ চাইনো পঠিয়ালো
তৰা তিৰবিৰ কৰে;
ভোমাৰ ফাললৈ চাইনো পঠিয়ালো
জালুকে পোৰাদি পোৰে।

(৭৯)

আলিয়ে আলিয়ে যায় সমনীয়া
হাতত কলাখোৰা চৰাই;
চকুৰে চকুৰে পৰিল সমনীয়া
বিধাতাই পাতিলে জোৰা।

(৮০)

দলৌ কাণেমাৰি তিনিকৈ পাবুৰি
কাণত কেঁচাকলৰ ভাৰ;
জনমে জনমে সুজিব নোৱাৰো
থুৰিয়া তামোলৰ ধাৰ।

(৮১)

থেকেচি ভাঙি যাওঁ ৰূপহী যঁতৰটি
ভুকুৱাই ভাঙি যাওঁ মাকোঁ ;
আমাৰে নাচনীক যদি ধৰি নিয়ে
আমি কাৰ লগতে থাকোঁ।

(৮২)

কিয় মনে মাৰি থাক ঐ জোনাকী
কিয় মনে মাৰি থাক ;
ৱাটলৈ ওলালে চকু পচাৰতে
কাকনো চিঞৰিবে মাত।

(৮৩)

লেযাৰি দূৰলৈ পুকৰৰ মেলৈলৈ
নিচিন্তিবি মোলৈ বেয়া ;
দিম দেখা সপোনত যদি থাকো নিলগত
দিঠকত দেখিবি ছাঁয়া।

(৮৪)

মই যে অজলা মনো অজলা
নুবুজো একোকে মই ;
কিয় ভালে পালি কিয় ভালে পালো
গাতে জ্বলিছে জুই।

---

# দ্বাদশ অধ্যায়—সম্ভোগ

(১)

চল চাই কঠীয়া পাৰিবা কলিয়া
বঁতাত নিসিচিবা ধান ;
সমনীয়াৰ আগত ফালি কথা নকবা
সেই কথা পাবলৈ টান।

(২)

ৰাতিপুৱা উঠি দুটি চকু মোহাৰি
খালাকি নেখালা ভাত ;
চৰকাৰি কামলৈ ঢাপলি মেলিলা
লগাই থৈ নগলা মাত।

(৩)

ধনে গুৱাহাটী বেহাই যাওঁ এৰাতি
নাজিৰাত বেহাই যাওঁ পুৱা ;
তোমাৰ কি কপাল আমাৰ কি কপাল
বিধাতাই পাতিলে যোৰা।

(৪)

কিনো খুৱালা খামলি এ মলা
মহলী ম'হৰে দৈ ;
এবেলি ইঁহুৱাই এবেলি কন্দুৱাই
কত কি কথাবোৰ কৈ।

(৫)

আইৰে সপনি    পঁইতা পোতনি
চাঙৰ আঠিয়া কল ;
খাই ল খাই ল    মোৰ ধন লাহৰী
কমৰত বন্ধাই ল বল ।

(৬)

ভোগদৈ নৈতে    পল বাইছিলো
চাবত পাই গ'লো কাছ ;
একেজন ঈশ্বৰে    তোমাক মোক স্ৰজিলে
কিনো ভাল বেয়া বাছ ।

(৭)

বহাগৰ বিহুতে    পূৰ্ণিমাৰ ৰাতিতে
পাতিম তোৰে মোৰে বিয়া ;
দুয়ো একেলগে    ঘৰে পাতি থাম
মিলাম ঐ দুখনি হিয়া ।

(৮)

কালৰ জীৰা দুখনি    মনিষৰ এখনি
তালৈ নকৰো ভয় ;
মাৰে বাপেৰে    ধনৰে গৰাকী
তোমাৰে গৰাকী মই ।

(৯)

বাঁহৰে চছলা    মুখৰে মহলা
মুখতে কৰিছ লয় ;



সমনীয়াৰ আগত    ওলাব নোৱাৰো
তোমাৰ কথাবাৰি কয় ।

(১০)

আহোঁ পদূলিয়ে    যাওঁ পদূলিয়ে
তোমাৰ পদূলিয়ে বাট ;
ৰৰ ঘৰৰ মুধতে    কাপোৰ বৈ আছিলা
মুখেৰে নিদিলা মাত ।

(১১)

মোৰনো পদূলিয়ে    আহি গৈ আছিলা
মুখেৰে দিছিলা মাত ;
এই নো মইনা মাত    শুনিবলৈ পোৱা নাই
অগনি জ্বলিছে গাত ।

(১২)

জিলিকি আহিলে    চৰা নাও খনি
জিলিকি আহিলে টিঙ ;
টিঙৰ ওপৰত    চেনাইটি আহিছে
সেওঁতা ফলাতে চিন ।

(১৩)

উৰিয়ামৰ উথলি    চাৰি আঙুল মুকলি
ৰকুল ৰৰাধানৰ কড়াই ;
ততে দেখিলো    এখেতে চিনিলো
মোৰ ধন জিলিকি যায় ।

(১৪)

ত'ন্তে দেখিলো এখেতে চিনিলো
সেই জুৰি মোৰ ধনৰ ভৰি ;
শালে কটা চুৰিয়া গুণা কটা খনিয়া
আহে তিৰেৰিৰে কৰি ।

(১৫)

ফেচাই কুকুলিয়ায় বাত্তি ঐ নুপুৰাই
কপৌ কুকুলিয়ায় ডালত ;
মোৰ জানো ধনে কিৰিলি মাৰিছে
শুনি যাওঁ বতাহৰ চালত ।

(১৬)

জুই ধৰি দিয়া ফুৰাওঁ ঐ লিগিৰা
ছাই ধৰি দিয়া ফুৰাওঁ ।
গাখীৰৰ টেকেলি নমাই দিয়া লিগিৰা
ধনক চাউল চিৰা খুৱাওঁ ।

(১৭)

বাওলী মদাৰৰ পাত ;
এনে মাজ-নিশা আহিলা মোৰ ধন ঐ
খালা কি নেখালা ভাত ।

(১৮)

আঠিয়া কলৰে দুডালি ঠাৰি ঐ
ছাঁ পাই তৰিলো তাঁত ;



মাকো থিৰথিৰিয়া গাম-খাৰু বাজনি
লগায় কোন ঈশ্বৰে মাত ।

(১৯)

ততে দেখিলো এখেতে চিনিলো
মোৰ ধনে গগণা বায় ;
অময়া মাতকে মাতিলা লাহৰী
শৰীৰে সৰকি যায় ।

(২০)

সৰু হৈ আছিলো গৰু ৰাখিছিলো
ডাঙৰ হৈ লগালো তাঁত ;
ওলোটাই ওভোতাই মাকো মাৰিছিলো
মোৰ ধনে লগালে মাত ।

(২১)

কাঁহৰ বাটিতে সৰিয়হ পিছলে
নিয়ঁৰত পিছলে ভৰি ;
কথাৰে লাচতে কথাটি পিছলে
কথাতে খোপনি ধৰি ।

(২২)

এইনো যৌৱনক গৰৱ কৰিছা
চিৰদিন থাকিব বুলি ;
মাটিৰ এৰা শৰীৰ মাটিতে পমিব
জনমলৈ খিয়াতি দি ।

(২৩)

এইনো যৌৱনক ভৰসা কৰিছা
চিৰদিন থাকিব বুলি ;
যৌৱন ভটিয়াই গইছে মইনা
মূৰবে পকিছে চুলি ।

(২৪)

পৰলৈ নিদিবা মন ;
হাড়ক মাটি কৰি তেজক পানী কৰি
তোমালৈ ঘটিছো ধন ।

(২৫)

বাঁহৰে আগতে কপৌ চৰাই হালি
ধেনু নেমাৰিবা টানি ;
শতুৰুৰ ছোৱালীক চকু ঐ নিদিবা
দেহাক নকৰিবা পানী ।

(২৬)

আকাশৰ চন্দ্ৰক নেপাওঁ হাতে মেলি
ভৰি মেলি নেপালো পাটী ;
চন্দ্ৰ-সূৰ্য্যক মাতো তুতি কৰি
পুৰক ধীৰে ধীৰে ৰাতি ।

(২৭)

তোমাৰ তিনি খনি আমাৰ তিনি খনি
ছ-খনি কাপোৰৰ জাপ ;



তোমাৰ তিনি খনি লোৱা বাছি বাছি
কুকুৰাই দিছে ডাক ।

(২৮)

কুকুৰা কুকুৰা অজাতি কুকুৰা
ভুকুৰাই মাৰিমে তোক ;
ৰাতি নৌ পুৱাওঁতেই কিয় ডাকে দিলি
ধনে এৰি যায় মোক ।

(২৯)

থাকোঁ মই স্বৰগত চৰো মই পতালত
পৰে পৰে দি যাওঁ ডাক ;
লেবেলা সাদৰৰ ধনে তোক এৰিলে
এতিয়া দোষিছ কাক ।

(৩০)

আলিৰ মূৰতে এখন্তক ৰহিবা
আগেয়ে শতুক যক ;
জীৱনে মৰণে নেৰিবা মইনা
তোমাক মোক কুশলে থক ।

(৩১)

তোমাৰ ঘৰ সিপাৰে আমাৰ ঘৰ ইপাৰে
মাজত কুঁহিয়াৰৰ বাৰী ;
আহোঁ বুলি নাহিলা তামোল পান কটালা
সান্দহ-চিন্তা কৰালা বাহী ।

(৩২)

ওপৰৰ পৰা তললৈ হালিলে
মামৈ তামোলৰ থোক ;
লাগে চাবি কুৰি তৰিব পাৰো মই
এৰিব নোৱাৰো তোক।

(৩৩)

ককাই নুবুলিবি মোক ঐ মইনা
ককাই নুবুলিবি মোক ;
কলিকালৰ স্বপ্ন গাতে ফলিয়াব
আনো বিয়া কৰিম তোক।

(৩৪)

বছৰি বছৰি আমে মলিয়ায়
বছৰি বছৰি খাওঁ ;
ইবেলি বছৰি আমে নাইকিয়া
কোনোবা ক'বালৈ যায়।

---

# ত্ৰয়োদশ অধ্যায়—বিৰহ

(১)

ধনৰ চেওমণি বটীয়া পুৰণি
পহু শিঙৰ হাঁকোটাত থলো ;
নিগনি শলিয়াই শতুক শালিলে
ধনবে আভাৰি হ'লো।

(২)

আয়ো আছিলে বোপায়ো আছিলে
হৈও নোহোৱা হ'ল ;
মনে ধনা পুখুৰিত পানী খাব নেপালো
সেয়ে হে বেজাৰৰ হ'ল।

(৩)

সজাত বন্দী হ'ল সজাৰ ঐ মইনা
শালত বন্দী হ'ল হাতী ;
চৰকাৰী কামত চেনাই বন্দী হ'ল
টোপনি নাহে ঐ ৰাতি।

(৪)

সজা ভাঙি মোকোলাওঁ সজাৰে মইনা
শালে কাটি মোকোলাওঁ হাতী ;
ডিঙিৰ মণি বেচি চেনাইক মোকোলাওঁ
টোপনি অহাই যাওঁ ৰাতি।

(৫)

লাহৰী চুলি মেলি তেলকে নেপালো
নেপাওঁ পাতে পাৰি ভাত ;
ফুলাম পাটীপাৰি স্বামীক নেপালো
অভিমান কৰি যাম কাক।

(৬)

উজাই যাবৰ মোৰে মনে গল
ভটিয়াই যাবলৈ চিন্তা ;
কালৰ কালে কথা মনত পৰি যাব
হাতৰ সৰি যাব বঁটা।

(৭)

ঘৰতো নপৰে মনে সমনীয়া
পথাৰত নপৰে মন ;
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।

(৮)

কুমলীয়া তামোলৰ কণ ;
আগৰটো মনেৰে নেচাৰি মইনা
আমাৰ দুৰ্ভগীয়া মন।

(৯)

হাঁচটি হাঁচটি কৰ তই ল'ৰাটি
হাঁচটি থৈছো ৰৈ ;



হাঁচটিকে পাবি মোকেহে নেপাবি
কান্দিবি আগতে লৈ।

(১০)

যোৰহাট জিলালৈ নেযাবা বুলিলো
কাৰে বুধি পাই গ'লা ;
কাৰে বুধি পাই আমাক তেজিলা
আগলৈ আতাৰি হ'লা।

(১১)

এৰিলো এবুৰি এৰিলো ছ-বুৰি
এৰিলো নদীৰে কুল ;
একে চহাই এৰি পঠিয়ালো
সকটি চেনাইৰে গুণ।

(১২)

আখৈ খায়ে খায়ে পেটকে নভৰে
নিয়ঁৰে নিতিতে ভৰি ;
কেঁচা কৌপাতত ঘুণে যে ৰিঙ্কিলে
হ'লো বয়সত বাৰী।

(১৩)

বাৰীৰ মাজে মাজে গোলাপ ফুল ফুলিলে
তিতাফুল ফুলিলে ঢাপত ;
তোমাৰে আমাৰে যোৰা নেপাতিলে
কোনোবা জনমৰ পাপত।

(১৪)

ভাটীলৈ ভটিয়াই যামেগৈ মইনা
ধৰিমগৈ সন্ন্যাসী বেশ ;
তোমাৰে লগতে মৰি যাম মইনা
এৰি যাওঁ অসমৰ দেশ।

(১৫)

নৈ ধাৰে ধাৰে গলি ঐ মইনা
পানীৰ ধাৰে ধাৰে গলি ;
মইনা মইনা বুলি মাতো তিনি বেলি
উভতি নোচোৱা হলি।

(১৬)

তোমাৰ ঘৰ সিপাৰে আমাৰ ঘৰ ইপাৰে
মাজত ৰবতানি হাবি ;
খৰি শুকুৰাদি শুকালো লাহৰী
তোমাক দিনে ৰাতি ভাবি।

(১৭)

চোতালৰ আগৰে বেলে ঐ লাহৰী
চোতালৰ আগৰে বেল ;
তোমাৰ বেজাৰত ৰাহিঘৰ কৰা নাই
মুৰতো যঁহা নাই তেল।

(১৮)

ওইঁতৰ ঘৰলৈ গৈছিলো জোনাকী
তইনো খাই আছিলি ভাত ;



তামোল-ছালি দিবলৈ নোলালি জোনাকী
ওলাই নলগালি মাত।

(১৯)

কেলেই এনে হলি মইনা লাহৰী
তই হলি জনমৰ কাল ;
হাৰি-বননিয়ে ফুৰি ভালে লাগে
ঘৰত মোৰ নেলাগে ভাল।

(২০)

কুহু কুহু কৰি কুপতি বিনালে
দাউকে কান্দিলে বৈ ;
মাকৰ ডিঙিত ধৰি জীয়েকে কান্দিলে
ধনেৰে আতাৰি হৈ।

(২১)

পূবৰ অৰুণ পশ্চিমত ঘূৰিলে
মলয়াত উৰিলে বগ ;
মনৰ কথাবাৰি মনতে ঘুৰিলে
ক'বলৈ নেপালো লগ।

(২২)

তোমাৰ গুণৰ কথা কাহানি পাহৰিম
যম ৰজাই নেমাৰে মানে ;
মোৰ দুখৰ কথা কাকনো কৈ যাম
আতমা শৰীৰে জানে।

(২৩)

কেলেই স্রজিলি সবেজন দেৱতা
কেলেই তুলিলি আই ;
মনবে কামনা পূৰাব নোৱাৰি
মৰো ৰবে ৰিহ খাই ।

(২৪)

ধনবে বাতৰি লেতেৰা শুনিলো
কঠীয়া তলিলৈ গৈ ;
চৰাই হোৱা হ'লে উৰি গলোহেতেন
মাজত ধনশিৰী নৈ ।

(২৫)

চতি চতি মাৰলি মাৰলি
বগায় কাৰ্শলা সাপ ;
মোৰ জানো কপালত যি হ'বৰ হৈছে
মইনা কুশলে থাক ।

(২৬)

ভোগদৈৰ দাঁতিতে পাতো লাঙি জাল
উভতি লাগিলে মোৱা ;
কিনো মায়াজালত পৰিলি চেনাইটি
নেদেখো গধূলি পুৱা ।

(২৭)

উজাই নাৰ মাছ ভটিয়াই ভাঙোন
ধনে পানী অনা ঘাটত ;



এখনি তামোল ঐ দিৱলৈ নেপালো
চেনাইৰ কুমলীয়া হাতত ।

(২৮)

লাহি কাপোৰৰ পাহি ঐ মইনা
লাহি কাপোৰৰ পাহি ;
বুকুত দিয়ে গলি জলা জুই একুৰা
মুখত দিয়ে গলি হাঁহি ।

(২৯)

নৈ-লৈ হালিলে ন-ডালি ভলুকা
হালে পথাৰলৈ কাক ;
বুকুৰ কামি হাড় হ'ল ডালি ডালি
কালৈ চিন্তা কৰি থাক ।

(৩০)

তোলই চিন্তা কৰি শৰীৰটি শুকালে
কামলৈ মনতে নাই ;
ভাতৰ পাতত বহি মনতে ঐ পৰিলে
মুখৰ ভাত উভতি যায় ।

(৩১)

কামে কৰি কৰি আমনি লাগিলে
মনত পৰি পৰি কান্দো ;
তোমাৰ সন্তাপত থাকিব নোৱাৰো
তামোলৰ টুপলি ৱান্ধো ।

(৩২)

নগাঁৱৰ ৰাতৰি গড়গাঁৱত শুনিলো
কাযে চপাই যাওঁ নাও ;
তোমাৰ সন্তাপত ঘৰত ঐ নেথাকো
ভাটীলৈ ভটিয়াই যাওঁ ।

(৩৩)

লুইত পাৰ হলো দিখৌ পাৰ হলো
জিবালো কলিয়াবৰত ;
তোমাক বিচাৰি এবো ঘৰে ৰাৰী
নেথাকো ডিবুৰুগড়ত ।

(৩৪)

চ'তে মাহতে শিমলু ফুলিলে
ওপৰে উৰিলে তুলা ;
লোকৰ বুধি পাই আমাকো এৰিলা
জনমৰ শতুৰু হ'লা ।

---

# চতুৰ্দ্দশ অধ্যায়—বিৰহ (২)

(১)

ধনক গুণি গুণি নধৰে টোপনি
থাকো অনাহাৰে শুই ;
যেতিয়া সোণাইলৈ মনতে পৰেহি
শৰীৰত জ্বলেহি জুই ।

(২)

অতি চেনেহৰ ফুলবাৰী পাতিলো
তাৰ মাজে থৰিকা জাঁই ;
অতি চেনেহৰ পীৰিতি কৰিলো
ঢোপাতে মৰহি যায় ।

(৩)

কাৰ আগত কৈ যাম দুখৰ কথাবাৰি
কোনে পাতি যাৰ কাণ ;
চকুত নাই টোপনি তোমালৈ চিতনি
দেহালৈ পৰিছে টান ।

(৪)

কি কথা কৰিলো কি বুধি কৰিলো
ৰাৰীত দামে কল কই ;
আগেয়ে নেজানো এতিয়া জানিলো
শৰীৰত একুৰা জুই ।

(৫)

বাৰীৰ পাচ ফালে কজলা উৰহি
পাতে তিৰৱিৰ কৰে ;
চেনাইৰ বাতৰি নেপাওঁ ভালে কৰি
শৰীৰ খুন্দামাৰি ধৰে।

(৬)

ৰৰঘৰৰ মূধতে ভৰালৰ টুপতে
চৰাই ফুটকলা খায় ;
মোৰ জানো মনতে পৰে ঘনে ঘনে
তোমাৰ জানো মনতে নাই ।

(৭)

ৰকুল ৰবা ধানৰ আথৈ ভাজিছিলো
ছপোৰা গাখীৰৰ দৈ ;
তুমি যে নহলে খাবকে নোৱাৰো
থাকো মই আগতে লৈ।

(৮)

নেখাই ঐ নোৱাৰি খালে ঐ নামুৱায়
বাঙ্কৰ থুৰি তামোল খনি ;
কিনো যাহু মোক কৰিলা তামোলত
থাকিব নোৱাৰা কৰি।

(৯)

তোমাক চায়ে চায়ে চকুযোৰ বিষালে
থিয় দি বিষালে ভৰি ;



মুকলি পথাৰত এৰি থৈ গ'লা
এথানি-এৰানি কৰি ।

(১০)

কিনো খাই পাহৰিম তোকে ঐ মইনা
কিনো খাই পাহৰিম তোক ;
মিচিমি আহিব ৰবেবিহ আনিব
তাকে খাই পাহৰিম তোক ।

(১১)

ৰাতি পৰে পৰে তোলৈ মনত পৰে
চকু পানী দুধাৰে বয় ;
তললৈ মূৰেকৈ গুণিবলৈ ধৰিলো
আগতে চাকিটি লৈ ।

(১২)

ৰাতি পৰে পৰে তোলৈ মনত পৰে
টোপনি নধৰে মানে ;
এন্দুৰা ৰেজাৰ ঐ কিয় দিয়ে গলি
এতিয়া কি হ'ব ক'লে ।

(১৩)

ভাত খাই গ'ল তপতে তপতে
খুটি থৈ গ'ল চুকত ;
যাবৰ বেলিকা মাত নলগালে
কথা থৈ গ'ল বুকত ।

(১৪)

নৈ পানী বাঢ়িলে গমত ঐ মইনা
নৈ পানী বাঢ়িলে গমত ;
তোমালৈ মনত পৰে ঘনে ঘনে
আমালৈ নপৰে মনত ।

(১৫)

ৰঙত দি গলি ৰঙৰ ঐ হাঁচটি
সঙ্গ লৈ গলি কাঢ়ি ;
গাত দিয়ে গলি জুন্দা জুই একুৰা
মুখত দি গলি হাঁহি ।

(১৬)

তোমাৰ বাৰীত ফুলিলে ইন্দ্ৰজিত মালতী
মোৰ বাৰীত পৰিলে ছাঁ ;
দিনৰে দিনটো তোমালৈ ধাউতি
ৰাতি পুৰি মাৰে গা ।

(১৭)

ঢাৰি পাৰি থেৰেজু লেখো ;
তুমিনো বান্ধৈ ঐ আছাগৈ উজনিত
নিতৌ সমাজিকত দেখো ।

(১৮)

চ'লি খৰি এমুঠা নেবান্ধ ৰবকলী
পুৰিলে উৰিব ছাই ;



মৰাটি মৰিছে নেকান্দ ৰবকলী
কান্দিলে পাবলৈ নাই ।

(১৯)

গধূলিৰেপৰা পুৱালৈ লগালো
এপোৱা তেলৰে চাকি ;
ঢাৰি পাটী পাৰি টোপনি নধৰে
দুখেৰে পুৱালে ৰাতি ।

(২০)

পুৱা ঐ নেদেখোঁ তোমাক ঐ লগৰী
গধূলি নেদেখি মৰো ;
দিনত ঐ এবেলি তোমাক ঐ নেদেখি
গাবে পোৰণিত মৰো ।

(২১)

তোমাক ঐ ভাবোতে চকুপানী টোকোতে
হাতত শিৰামূই ধৰে ;
শোকে খুন্দা মাৰে কান্দিব নোৱাৰো
চকু পানী দুধাৰে পৰে ।

(২২)

ধনক ধনে কৰি ধনকে ঘটিলো
পৰম যতন কৰি ;
ধন গ'ল উছলি ধন গ'ল পিছলি
লগত গ'ল দুছলি খৰি ।

(২৩)

হাত মেলি মেলি দাবলৈ নেপালো
পথাৰৰ মাগুৰি ধান ;
হাঁচটি ভৰাই দিবলৈ নেপালো
বাঙলী মদাৰৰ পাণ ।

(২৪)

কোনজন ঈশ্বৰে পাখি লগাই দিব
পৰিমগৈ ঘৰৰে চালত ;
মাখি জনম ধৰি দেখা দি আহিমগৈ
চুমাদি লাহৰী গালত ।

(২৫)

চুলিৰে ইলৈ ঐ চুলিৰে বিলৈ ঐ
থাকে চুলি পৰি শুই ;
তামোলটো হৰ যেন ফালি দেখুৱাম
শৰীৰত একুৰা জুই ।

(২৬)

ধান বহাৰৰে ঘুটুঙা জকাটি
সোৰণ বিৰিখৰ খৰি ;
তোমাৰে আমাৰে কোনে মন ভঙালে
দেহাক দুফালি কৰি ।

(২৭)

খুৰিয়াই কাটিলো তামোল তিনিখনি
দুৰিয়াই ৰান্ধিলো পাণ ;



পথাৰে পথাৰে বিচাৰি ফুৰিলো
ক'তে দাই আছিলা ধান ।

(২৮)

খুৰিয়াই কটা নাই তামোল তিনি খনি
দুৰিয়াই ৰন্ধা নাই পাণ ;
পথাৰে পথাৰে বিচাৰি ফুৰা নাই
দলনিত দাইছিলো ধান ।

(২৯)

জেনেক চকলা জিমে সুমথিৰা
জেনেক চকলা জিম ;
ৰংপুৰ জিলাতে আছে মোৰ মইনা
কাৰ আগত বাতৰি দিম ।

(৩০)

কোনে আনি দিব লোণে আমেলখি
কোনে আনি দিব জৰা ;
কোনে আনি দিব তোমাৰে বাতৰি
শদিয়া ৰাজৰেপৰা ।

(৩১)

দলনি পথাৰত খেতি কৰিছিলো
ভৰাল ভাঙি খালে চোৰে ;
তোমাৰ সন্তাপত টোপনি নধৰে
জালুক-জলকিয়াই পোৰে ।

(৩২)

কাণত জিলিকিল বঙা জাঙেফাই
হাঁহোতে জিলিকিল দাঁত ;
শোৱা ঢাৰি পাটী সজালো পৰালো
শুবলৈ নেপালো তাত।

---

# ওপৰঞ্চি—হুঁচৰি

(১)

ৰঙালি ঐ টঙালি ঐ
বহাগৰ বিহুৰে ধেমালি ঐ।

(২)

হুবাই ল স্বৰগৰ তৰা ;
চাই থাক চাই থাক নিলগৰপৰা।
বহাগৰ বিহুকে জনাবলৈ আহিছো ;
চাই থাক চাই থাক নিলগৰ পৰা

(৩)

পাত ঐ পছলা,
মাধৈ ফুলৰ মালা,
মলামুই ঐ থৰকৈ যতন কৰা।

(৪)

কুঞ্জাইৰ মূৰতে বকুল ফুল এপাহি—ঐ ৰাম।
নিয়ঁৰ পাই মুকলি হল,
হৰি হৰি গোপাল গোবিন্দ ৰাম ॥

(৫)

কেতেকিৰ এপাহি—অই ৰাম
কেতেকিৰ দুপাহি—অই ৰাম

কেতেকীৰ এপাহি,
হৰি হৰি গোপাল গোবিন্দ ৰাম।

(৬)

দেউতাৰ পদূলিত--অই ৰাম
গোন্ধাইছে মধুৰি—অই ৰাম
হৰি নামে খুটাক খুৰাই ;
হৰি হৰি গোপাল গোবিন্দ ৰাম।

(৭)

হুচৰি—এ—চ'ত ;
আমি যে ওমলো য'ত
হুৰৰিও নগজে ত'ত।

(৮)

ৰাধাই বোলে কৃষ্ণাই মোকে পাৰে কৰা।
এই যমুনাৰ জল—ঔ গোবিন্দায় ৰাম।

(৯)

কলমৌ খাওঁতে বুঢ়া হনুমন্তে
নগৰি কৰিলে ছন—ঔ গোবিন্দায় ৰাম।

(১০)

গোবিন্দ গোবিন্দ গোবিন্দায় ;
ধেনু চাৰি বেণু গায়।

(১১)

ল হেৰ' দদাই হাতত কাৰেফাই ;
মাৰ ঔ মাৰ ঔ ৰালি চৰাই।



(১২)

গিৰিপ গিৰিপ গিৰিপ ঔ
কলমতী কাঠৰ শৰাই ;
কি ফুল ফুলিছে লতা বগাই।

(১৩)

ৰংপুৰ ঐ ৰঙা পুৰৈ ;
গড়গাওঁ ঐ কিমান দূৰৈ।

(১৪)

ন-ঘৰ ঐ পুৰণি কামি ;
হুচঁৰি গাবলৈ আহিছো আমি।

(১৫)

হুচঁৰি বৈ ফুল মকৰা—চল' লাই ;
চাউল চালিবলৈ চালনি নাই।

(১৬)

কেৰেলা ঐ বেঙেনা ঐ
তোৰে ভৰে ৰতৰ হলে না ঐ।

(১৭)

অ' নিলাজি চ'ত, আছিলি ক'ত ;
অ' বহাগী ৰাম, নেথাকো যাম।

(১৮)

হুৰাই ল নাহৰৰ কলি ;
শৰাইতে মুকলি হ'ল এ
ছন্নৰা চঁপাৰে কলি।

(১৯)
বৈ বৈ যায় পিঙ্কোতা নাই;
চঁপা নাহৰৰ কলি এ বাই।

(২০)
হুচঁৰি এ হাও;
তুই ঘৰৰ মাজতে গাওঁ।

(২১)
হুৰাই ল কলীয়া চোলা;
নাচোন ভালে দেখি দেউতাৰ
ৰখালে কেকোৰা দোলা।

(২২)
ৰাইজেই লক্ষ্মী শুকুলী পাৰৈ
ফুৰে ঘৰে ঘৰে বৈ;
ৰত্নৰ খাটতে প্ৰভু শুই আছিলে
লক্ষ্মী জগালে গৈ।

(২৩)
ল হ বাই ল'হৰীয়া
লহ' লহৰীয়া।

(২৪)
ঢোলৰ হেঙ্গুলীয়া মাৰি;
লুইতে চলালে ধোৰাকল নাও
চলায় পৰ্ব্বতে গাড়ী।



(২৫)
লাই হালে জালে আবেলি ৰতাহে
লফা হালে জালে পাতে;
আমাৰে মইনা হালিছে জালিছে
কালি আবেলিৰে ভাতে।

(২৬)
পিচলাৰ ঘাটে আয়ে সানে কৰে
লাহৰে চুলিতাৰি মেলি;
যাউতি যুগীয়া আই শৰণীয়া
পৰলৈ নিদিবা এৰি।

(২৭)
দেউতাৰ বৰে ঘৰ দেখোতে ভয়ঙ্কৰ
শৰণ থেৰ মেলিয়ে চায়;
মুগাৰে বন্তিয়া ন-শ গাঠনি
সৰিয়হ ব্ৰাগৰি যায়।

(২৮)
ঢোলে ৰায় চুলিয়া খোলে ৰায় খুলিয়া
কাৰ ঘৰৰ নাচনী নাচে;
ওচৰ চাপি চাপি নাহিৰা নাচনী
আমাৰ গাত মোহনি আছে।

(২৯)

টেকেলি পৰিলে নাদত ;
আমাৰে নাচনী লৰে মাৰি সাৰিলে
চুলিয়া পৰিলে কান্দত।

(৩০)

শিলে বালি চবাই গিলে ঐ মইনা
শিলে বালি চবাই গিলে ;
আক বেলি বিহুখন চাবলৈ নেপালো
মটা ম'হ ৰখীয়া দিলে।

(৩১)

দুখৰে ওপৰি দুখ ;
কুকুৰে কামোৰে ছন্নালে দলিয়াই
ক'তো যে নিমিলে সুখ।

(৩২)

পেঁপা চেও ধৰি বান্নি ঐ লাহৰী
পেঁপা চেও ধৰি বাবি ;
ৰৰকৈ নেবাৰি খৰকৈ নেবান্নি
নাচনী চেরকে বাবি।

(৩৩)

তাৱৰে চুৰিয়া লেচাই নেমাৰিবা
মাটিত সুবুলিবা শো ;
কোনোবাই ক'ৰবাত কঁড়িয়াই মাৰিব
বাবী দুখুনীৰ পো।



(৩৪)

ভেগদৈ নৈ খন ইমানে সিমানে
কোনে দি যাব সাকোঁ ;
কোনে দি যাব কাঠৰ দোৰপতি
কোনে দি যাব সাকো-।

(৩৫)

ধনশিৰীৰ বগৰি শুকান শিৰি অই,
আহা যাওঁ লগৰীয়া ওমলো গই।
চ'তে গই গই পালেহি বহাগ,
আহা যাওঁ লগৰীয়া ওমলো গই।
ফুলিছে ভেবেলী লতা না ৰই ;
আহা যাওঁ লগৰীয়া ওমলো গই।
কি মাছ মাৰিলা পুথি না ৰই ;
আহা যাওঁ লগৰীয়া ওমলো গই।
যোন্না গৈ ঘৰলৈ গুচি না ৰই ;
আহা যাওঁ লগৰীয়া ওমলো গই।

(৩৬)

চোতালৰ আগৰে তুলসী,
আমাৰ গা আহিছে উলসি।
চোঁতালৰ আগৰে কেঞাৱন ;
এই ঘৰ মানুহৰ বেয়া বন।

(৩৭)

লাও ঐ লাও কেকোৰা লাও ;
আছে নে নাই মই বিচাৰি চাওঁ ;
জোকাৰোতে পোকাৰোতে লাও পৰি ভাগিল ;
ঘৰৰ বুঢ়া-বুঢ়ীৰ কিলা-কিলি লাগিল ।

(৩৮)

খোজকে কাঢ়িলো এলাই ঘেলাই
খোজৰ মূৰত লাগিলে ভাগৰ ;
দেউতা মহাৰজাই পুখুৰি খনালে
নাও থ'লে গৌৰীসাগৰ ।

(৩৯)

পুখুৰি খনালে ভালকে কৰিলে
পাৰতো বন্ধালে দ'ল ;
দ'লো বন্ধালে কলছীও চৰালে
আগলৈ খিয়াতি ৰ'ল ।

(৪০)

ৰজালৈ এটকা দিয়া মোৰ দেউতা
প্ৰজালৈ ছুটকা দিয়া ;
আমি ল'ৰাইঁতে ধেমালি কৰিছো
আমাকো ছটকা দিয়া ।



(৪১)

মাখি মূৰে কাটি ঢোলটি কাটিলো
পিপৰা ছালেৰে চালো ;
জেলুকৰ ছালেৰে বৰতি কাটিলো
ফৰিঙৰ ঠেঙেৰে ৰালো ।

(৪২)

চৰায়ে খাৰৰ ধানে মোৰ মইনা
উফৰি পৰিব কণ ;
অতি চেনেহৰ আয়াৰ বিহুৰ তলিত
গজিলে তুবৰি বন ।

(৪৩)

ভৰালৰ আগতে আমাৰ তাঁতৰ শাল
চৰায়ে ছিঙিলে সূতা ।
ফেকুৰি ফেকুৰি নেকান্দ নাচনী
আনি দিম বজাৰৰ সূতা ।

(৪৪)

বাঁহৰে আগতে বাঁহী বজাইছিলো
পৰে হেন পৰে হেন দেখোঁ ;
ইবেলি নাচনী নৰীয়া পৰিলে
মৰে হেন মৰে হেন দেখো ।

(৪৫)

ঢোলৰ নাম উকলি ঢোলৰ নাম কুকলি
ঢোলতো বিন্ধিলে ঘূণে ;

মবাণৰ মুচিয়া ঘৰত নাইকিয়া
ঢোল চাই দিব কোনে
(৪৬)
হাতী খুজীয়া ফুটুকী গাৰুটি
মেকুৰী খুজীয়া পাটি ;
কোঁৱৰ মৰিৰৰ নহল চাৰিদিন
পকৱাই তুলিলে মাটি।
(৪৭)
তামোলৰ আমোলে মোলে ঐ নাচনী,
তামোলৰ আমোলে মোল ;
ক'ৰপৰা পালাহি দেৱা চালি খোৱাটো
তামোলৰ নেজাল মোল।
(৪৮)
ঢোলে যে কৰিব ধিনিকি ধিন দাও
মৃদঙে কৰিব তাও ;
কাটনি তাঁতে যে আমনি কৰিব
বিদায় দে ঘৰলৈ যাওঁ।
(৪৯)
কৰদৈ চকলা খাতে মোৰ মইনা
কৰদৈ চকলা পাত ;
কপাহে চকলা নিদিয়া মানে
আমিও নলগাওঁ মাত।



(৫০)
পূবেদি ওলাবৰ ৰেণু ;
সোন্দৰ বৰগোহাঁই বণলৈ ওলালে
আটাই ঘূণে খোৱা ধেনু।
(৫১)
আজি উককা কাইলৈ ভুৰুকা
নাহৰ ফুল ফুলিবৰ বতৰ ;
কেতেকী চৰায়ে কাটে সক সূতা
মৰুৱা ফুলৰে যতৰ।
(৫২)
পোৱালি কাচৰে চলং ;
কেনি পাৰ হ'ব আমাৰে নাচনী
ঘাটত নাইকিয়া দলং।
(৫৩)
পৰ্ব্বতৰ ঢেকিয়া চিবিলি পতীয়া
মেকুৰি কৰিবৰ মাও ;
এই বাৰৰ দায় দোষ ক্ষমিবা দেউতা
হস্তীৰো পিচলে পাও।
(৫৪)
জোনৰে তামুলী তৰা ;
স্বৰ্গদেওৰ তামুলী গন্ধিয়া ফুকন
মাতে তাওকাকৰপৰা।

(৫৫)

দেউতাৰ ঘৰেঘৰ দেখোতেই ভয়ঙ্কৰ
কৰতে কাটিলে ৰূৰা ;
আমি ল'ৰাইতে ধেমালি কৰিছোঁ
চিকাৰূপ উলিয়াই দিয়া।

(৫৬)

দেউতা ওলালে বৰচ'ৰাৰ মুখলৈ
তুলিয়াই পাতিলে দোলা ;
কাণত জিলিকিলে নৰা জাঙেফাই
গাতে গোমচেঙৰ চোলা।

(৫৭)

পোৰালি হাতীৰে শুৰ ;
তললৈ মূৰেকৈ গুণিব নেলাগে
মেলাগৈ জপাৰে মূৰ।

(৫৮)

উলি তামোলৰ পুলি ;
খুৰালগা কৰণি যায় ৰাট বুলি
খনিয়া কাপোৰ আনোগৈ বুলি।

(৫৯)

পৰি হাঁহকণী ভাগিল ;
বৰঘৰৰ ভিতৰত চিকাৰূপ হেৰালে
বিচৰা-বিচৰি লাগিল।



(৬০)

ভলুকা বাঁহৰে আখি ;
তলে বোকা ওপৰে বৰযুণ
আমাকো নথ'বা ৰাখি।

(৬১)

ৰিহাৰ পতুমৰ চকা ;
তোমাৰ ধনেৰে কিনো দ'ল বন্ধাবা
ৰচনে এহেজাৰ টকা।

(৬২)

কেলেই সাঁচিলা জপাৰ ৰবে কাপোৰ
কেলেই সাঁচিলা ধন ;
জপাৰ ৰব কাপোৰ জপাতে পচিব
হাড়তো গজিব বন।

(৬৩)

খুটিতে পৰিলে জীয়া ;
তললৈ মূৰেকৈ গুণিব নেলাগে
চেলেং কাপোৰ উলিয়াই দিয়া।

(৬৪)

চৰাইৰ চিকুণে তেলীয়া সাৰেঙে
মাছৰ চিকুণ মালি ;
দেউতাৰ চিকুণ কেকোৰা দোলাখন
খপে গজপুৰৰ আলি।

(৬৫)

কেলেই লাগিছে তামৰ পইচা
ফলিও পৰি পৰি আছে ;
দিব যদি পাৰা গুণা ফুলীয়া খনীয়া
কাললৈ থাকিব চিঁয়া।

(৬৬)

ভলুকা বাঁহৰে আখি মোৰ দেউতা
ভলুকা বাঁহৰে আখি ;
বতাহ ৰৰযুণে ওন্দোলাই আনিছে
আমাকো নথ'ৱা ৰাখি।

(৬৭)

চেলেং কাপোৰৰ পুতল ;
খৰকৈ যোৱাগৈ গা ধুই আহাঁগৈ
ভাতৰো আহিছে উতল।

(৬৮)

গুৰুকো কৰিবা দান মোৰ দেউতা
ভকতক কৰিবা দান ;
নমৰা কালত অ' ৰাম বুলিবা
পাৰা বৈকুণ্ঠত থান।

(৬৯)

কানাই গ'ল শোলেং পাৰিবলৈ
হাততে আঁকুহি লৈ এ।



হাতৰে আঁকুহি বাটতে ভাগিলে
কানাই ফুল কি কৈ পাৰিম এ।
ভালেকৈ উঠিৱা মদন-গোপাল ঐ
বকুলৰ চনকা ডাল এ।

(৭০)

চ'তাই পৰ্ব্বতত পহুৰ জাল পাতিলো
ত'তে গধূলি হ'ল ;
ৰাইজে সুধিলে ক'মে কি বুলি
জাল ফালি হৰিণা গ'ল।

(৭১)

ঢোল ঢোল ঢোল,
মাদৈ মদাৰৰ ফুল।
ঢোলৰে ৰৱতি ল'ৰাব লগৰীয়া
মাদৈ মদাৰৰ ফুল।
আমি গৰখীয়া
একে জাতি-কুল
মাদৈ মদাৰৰ ফুল।

(৭২)

হুৰাই ল' ৰিৰা জৰা ;
নাজিৰা হাটলৈ নেযাওঁ ল'
নিপিন্ধো ফুলৰে মালা।

ফুলৰে এখনি ফুলৰে বিচনি
নিপিন্ধো ফুলৰে মালা।
ফুলৰে সক সক চং
নিপিন্ধো ফুলৰে মালা।
এই কথা শুনি এ মালিনী ৰাইয়ে
নিপিন্ধো ফুলৰে মালা।
মনত্তে লাগিলে ভয়ে সমনীয়া
নিপিন্ধো ফুলৰে মালা।

(৭৩)

হুৰাই ল ধান খেৰৰ ছাই ;
চেনেহৰ বহাগৰ ৰঙালি বিহুটি
হাত্তত্তে মলঙি যায়।

—অন্ত—

---

গোটেই কিতাপ খনৰ নামবিলাক একোটা একোটা বিশেষ সুৰত গোৱা হয়। সেই সুৰবিলাক ধৰোতে কিছুমান শব্দ বা বাক্য যেনে, ৰহিলা ঐ, অ কলী বাইঁ ঐ, জয় মালতী ফুলে ল, হায় মইনা ধন, আদি গাওঁতাই যোগ কৰি লয়। মুঠতে এই গীতবিলাকৰ সুৰবিলাক একেবাৰে নিতাজ অসমীয়া। —সংগ্ৰাহক।

---

# জ্ঞাননী

লিখকৰ আন আন কিতাপঃ—

বাৰভূঞা।
চোবাং চোৱাৰ চ'ৰা।
বদন বৰফুকন।
চন্দ্ৰকান্ত সিংহ।
জোনোৱালি।
বিদ্ৰোহী-মৰাণ!
ৱাট কেনি? (ছাত্ৰলৈ)

---

আসাম পাব্লিছিং হাউছ,
কালী বিল্ডিংছ, যোৰহাট।